# ড° বাণীকান্ত কাকতি ঃ
# জীৱন আৰু প্ৰতিভা

শ্ৰী চিত্তৰঞ্জন চৌধুৰী

বীণা লাইব্ৰেৰী
কলেজ হোষ্টেল ৰোড, গুৱাহাটী

Dr. Banikanta Kakati : Jivan aru Pratibha.—A critical study on Dr. Banikanta Kakati and his achievements, by Chitta Ranjan Choudhury. M.A. M.Phil, lecturer, Kokrajhar college and published by Bina Library, Guwahati.

First Edition : November 1994.

Price : 45.00

Printers :

Jayasree Press
91/1B, Baithakkhana Road,
Calcutta-700 009

পিতৃদেব স্বর্গীয় সূর্যকান্ত চৌধুরীর কর কমলে—

—চিত্তরঞ্জন

# আগকথা

অসমৰ প্ৰখ্যাত ভাষাবিদ, সমালোচক, শিক্ষাবিদ ড° বাণীকান্ত কাকতি— অসমীয়া ভাষা-সাহিত্য-জগতৰ এটি উজ্জ্বল নাম। ইতিমধ্যে ড° কাকতিৰ বিষয়ে বহুতো আলোচনা হৈছে। আমাৰ বাবে ড° কাকতিৰ বিষয় লৈখিবলৈ যোৱাটো ধৃষ্টতা মাথোন। তথাপি ভাষা-সাহিত্যৰ ছাত্ৰ হিছাপে তেখেতৰ ৰচনা সম্ভাৰৰ লগত সামান্য পৰিচয় হোৱাৰ সুযোগ হৈছে। তাকেই সাৰোগত কৰি ড° কাকতি আৰু তেওঁৰ ৰচনা ৰাজিৰ বিষয়ে দুই-এটি কথা লৈখিবলৈ প্ৰয়াস কৰা হৈছে। অতি কম সময়ৰ ভিতৰত খৰখেদাকৈ লেখা কাৰণে প্ৰায়বোৰ ৰচনাই অসম্পূৰ্ণ হৈ ৰৈছে বুলি আমাৰ ধাৰণা।

তথাপি যিখিনি আলোচনা আগবঢ়োৱা হ'ল - তাত ড° কাকতিৰ সান্নিধ্যলৈ অহা বিশিষ্ট কবি-সাহিত্যিক-পণ্ডিতসকলৰ কাকতিৰ বিষয়ে লেখা কথাৰ সহায় পোৱা হৈছে। ড° মহেশ্বৰ নেওগদেৱৰ সম্পাদিত 'বাণীকান্ত ৰচনাৱলী'ক আমাৰ আলোচনাৰ আধাৰ গ্ৰন্থ হিছাপে লোৱা হৈছে। এই সকলোলৈকে মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

কিতাপখন যুগুত কৰোতে ইটো-সিটো কামত সহায় কৰি দিছে মোৰ সহধৰ্মিনী শ্ৰীমতি কানন চৌধুৰী আৰু কনিষ্ঠ পুত্ৰ শ্ৰীমান পাৰ্থপ্ৰতিম চৌধুৰীয়ে। তেওঁলোকৰ শলাগ লৈছোঁ।

কিতাপখনৰ প্ৰকাশৰ দায়িত্ব বীণা লাইব্ৰেৰীয়ে লোৱাত তেওঁলোকৰ শলাগ লৈছোঁ।

**চিত্তৰঞ্জন চৌধুৰী**

গাঁজিয়া ৰোড
বৰপেটা
১৪।১।১৪ ইং

# সূচী

ড° বাণীকান্ত কাকতিৰ জন্ম হৈছিল ১৮৯৪ চনৰ ১৫ নৱেম্বৰত বাটিকুৰিহা গাঁওত। বৰপেটাৰ পৰা প্ৰায় দহ কিলোমিটাৰ দূৰত বাটিকুৰিহা গাঁও অৱস্থিত। ই পূৰ্বণি বৰপেটাৰ বিখ্যাত বাউসী পৰগণাৰ অন্তৰ্গত। বাটিকুৰিহা গাঁও বৰপেটা আৰু পাটবাউসী সত্ৰৰ ওচৰতে। সেয়েহে ইয়াৰ অধিবাসীসকলৰ শ্ৰীশংকৰদেৱ-মাধৱদেৱৰ প্ৰতি অচলা ভক্তি। গাঁওবাসী ভক্তিপ্ৰাণ আৰু সহজ সৰল। গাঁওখন পূৰ্বণি কালৰপৰাই খাল-বিলেৰে ভৰা। বাটপথৰ অৱস্থা সুচল নহয়। আগতে বাৰিষাকালত নাৱেৰে আৰু খৰালি কালত পথাৰৰ মাজেৰে সৰু সৰু পথেৰে যাতায়াত কৰিবলগীয়া হৈছিল, অৱশ্যে এতিয়া কেঁচা গৰকাপ্তানী পথ হৈছে।

বাটিকুৰিহা গাঁওৰ পূৰ্বৰ নাম খৰাৰ ভিঠা। শুনা যায় এবাৰ বোলে মহাপুৰুষ শ্ৰীশংকৰদেৱে এই গাঁওৰ মাজেৰে গৈছিল। তেতিয়া তেওঁ বাটে বাটে কুৰি মাছ দেখা পাইছিল, সেই গতিকে এই গাঁওৰ নাম তেতিয়াৰপৰা বাটিকুৰিহা হ'ল। এই অঞ্চল পূৰ্বণিকালৰ পৰাই মাছ-কাছ আদিৰে ভৰপূৰ আছিল। ইয়াত বসবাস কৰা লোকসকল মুখ্যতঃ খেতিয়ক আছিল। শ্ৰীমন্ত শংকৰ-মাধৱৰ বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱত এই অঞ্চলৰ লোকত মাজত ভকতিৰ সোঁত প্ৰবলভাৱে বৈছিল।

ড° কাকতিৰ বংশাৱলীমতে তেওঁৰ পূৰ্বপুৰুষ জনাৰ নাম হৃদুৰাম। এওঁ শ্ৰীমন্ত শংকৰদেৱৰ সময়ত ডেকা অৱস্থাত আছিল আৰু শ্ৰীশংকৰদেৱৰ পৰা আশীৰ্বাদ লাভ কৰিছিল বুলি শুনা যায়। তেতিয়াৰপৰাই এই বংশৰ লোকসকল ধৰ্মপ্ৰাণ। ড° বাণীকান্ত কাকতিৰ বংশাৱলী এনে ধৰণৰ—



ললিতৰাম

পৰমানন্দ ভাগীৰথী ভেলক পাটো বাণীকান্ত

| | বাণীকান্ত | | |
|---|---|---|---|
| পুত্ৰ= | দেৱকান্ত | নীলকান্ত | ৰত্নকান্ত |
| জীয়ৰী= | নীৰদা, | শৰৎকুমাৰী, | তৰুলতা |

বাণীকান্ত কাকতিৰ পিতৃ ললিতৰাম কাকতি আৰু মাতৃ লাহোবালা কাকতি। মাতৃ লাহোবালা কাকতিৰ পিতৃৰ ঘৰ ওচৰৰে বিখ্যাত ঔমুৰা গাঁওত। বাণীকান্ত কাকতি ললিতৰাম কাকতিৰ কনিষ্ঠ পুত্ৰ। তেওঁৰ ককায়েক পৰমানন্দ কাকতি। বায়েক তিনিগৰাকী ভাগীৰথী, ভেলক আৰু পাটো। বাণীকান্ত কাকতি মাতৃগৰ্ভত থাকোতে পিতৃ ললিতৰাম কাকতি স্বৰ্গী হয়। ককায়েক পৰমানন্দ কাকতিয়ে বাণীকান্তক মৰম-চেনেহ কৰি, মৰমৰ শাসনেতে ডাঙৰ দীঘল কৰে। বায়েকহঁতেও কাকতিক মৰম-চেনেহ কৰে। কাকতিয়ে পিতৃৰ অভাৱ অনুভৱ কৰিবলৈ অৱকাশ নাপায়। পৰমানন্দ কাকতি ৰাধাপণ্ডিত নামে খ্যাত। তেওঁ গাঁওৰে পাঠশালা স্কুলত শিক্ষকতা কৰিছিল।

শিশু বাণীকান্তই বাটিকুৰিহা গাঁওৰে পাঠশালা স্কুলত শিক্ষাৰম্ভ কৰে। ককায়েক পৰমানন্দ কাকতি সেই স্কুলৰে শিক্ষক। পৰমানন্দ কাকতিয়ে বাণীকান্তৰ পঢ়াশুনাত চকু দিয়ে, স্কুলতো, ঘৰতো। বাণীকান্ত জন্মগত ভাৱে বুদ্ধিমান। বাণীকান্তৰ কেৱল লেখা-পঢ়াতে মন, খেল-ধেমালী বা অন্যান্য বিষয়ত নজৰ নাই। কিন্তু ককায়েক পৰমানন্দ কাকতিয়ে বাণীকান্তক বৰগীত গাবলৈ শিকায়, কীৰ্ত্তনঘোষা সুৰ লগাই পঢ়িবলৈ শিকায়। বাণীকান্তই বৰগীতবোৰ সলসলীয়াকৈ গাই দিব পৰা হ'ল। ক'ব নোৱাৰাকৈয়ে বাণীকান্তৰ মন শ্ৰীমন্ত শঙ্কৰ-মাধৱৰ প্ৰতি ঢাল খাবলৈ ধৰিলে। এনে ধৰণৰ প্ৰভাৱৰ ফলতে পাছত ড° কাকতিয়ে শ্ৰীমন্ত শঙ্কৰ-মাধৱৰ ধৰ্ম আৰু সাহিত্যৰাজিৰ গভীৰ আলোচনাত গভীৰ দৃষ্টিপাত কৰিবলৈ সক্ষম হৈছিল। বাণীকান্তই সুখ্যাতিৰে পাঠশালা পাছ কৰিলে।

হাইস্কুলীয়া ছাত্ৰ ঃ সেই সময়ত বাটিকুৰিহা গাঁওৰ ওচৰে পাজৰে এম. ই. বা হাইস্কুল স্থাপন হোৱা নাছিল। সেই সময়ত বৰপেটা মহকুমাৰ সদৰ বৰপেটা

চহৰত আছিল একমাত্ৰ হাইস্কুলখন । ১৯০৫ চনত বাণীকান্তই বৰপেটাৰ হাইস্কুলত নাম লগালে।

বৰপেটাৰ এই বিখ্যাত স্কুলখন প্ৰথমতে এম.ই. স্কুল হিচাপে স্থাপিত হৈছিল। ১৮৭১ চনত হে হাইস্কুলৰ ৰূপ লয়। বাণীকান্তই এই স্কুলত নাম লগোৱাৰ সময়ত, এই স্কুলখন চৰকাৰী হোৱা নাছিল। ১৯১০ চনত হে এই স্কুলে চৰকাৰী অনুদান পায়। ১৯১০ চনত এই স্কুলৰ পৰা প্ৰথম মেট্ৰিক পৰীক্ষাত ছাত্ৰসকল বহিব পাৰিছিল। ১৯০৩ চনৰ পৰা ১৯২৬ চনলৈ এই স্কুলৰ প্ৰধান শিক্ষক আছিল বাবু কালীমোহন গুপ্ত। এওঁৰ কালত বহুতো প্ৰতিভাবান ছাত্ৰই সুখ্যাতিৰে মেট্ৰিক পৰীক্ষা পাছ কৰিছিল। সেই সময়ৰ প্ৰতিভাবান ছাত্ৰসকল হ'ল—বাণীকান্ত কাকতি, কামেশ্বৰ দাস, কীৰ্তিৰাম দাস, ৰাধাকান্ত দাস, হিৰণ্যকুমাৰ ভূঞা, জয়কৃষ্ণ মিশ্ৰ, সুৰেন্দ্ৰমোহন দাস, ৰেৱতী ভট্টাচাৰ্য, বংশীধৰ চৌধুৰী, জগদীশ মেধি আদি।

বাণীকান্ত কাকতিয়ে পঢ়াৰ সময়ত আন শিক্ষকসকলৰ ভিতৰত বিখ্যাত আছিল—উমাকান্ত দাস আৰু লক্ষ্মীকান্ত স্মৃতিভূষণ।

লক্ষ্মীকান্ত স্মৃতিভূষণ সংস্কৃত শিক্ষক। তেওঁ ইংৰাজী ভাষা নাজানে। বৰ সৰল প্ৰকৃতিৰ মানুহ। তেওঁক সকলোৱে দেউ বুলি মাতে। বাণীকান্ত কাকতি তেতিয়া ক্লাচ নাইনত পঢ়ে। বছৰেকীয়া পৰীক্ষাৰ সংস্কৃতৰ বহী চাইছে দেউয়ে। বাণীকান্তৰ বহী চাই চাই ইমান আনন্দিত যে নম্বৰ দিওঁতে দিওঁতে এশৰ ভিতৰত এশ পাঁচ উঠিল। হেডমাষ্টৰ গুপ্তই কথাটো গম পাই বৰ বস পালে, তেঁৱো বাণীকান্তৰ মেধাৰ কথা ভালকৈ জানে। তেওঁ দেউক সুধিলে 'আপুনি দেখোন বাণীকান্তক এশৰ ভিতৰত এশ পাঁচ নম্বৰ দিলে।' তেতিয়া দেউয়ে ক'লে, 'বাছাই ইমান ভাল লেখিছে যে পাঁচ নম্বৰ বেছি নিদি নোৱাৰিলো।' পিছত বহুতে আশা কৰিছিল যে বাণীকান্তই সংস্কৃত ভাষাত অনাৰ্চ লৈ বি. এ. পঢ়িব আৰু বহুতে তেওঁক তেনে উপদেশো দিছিল। কিন্তু বাণীকান্তই ইংৰাজীহে পঢ়িলে।

হাইস্কুলত পঢ়ি থকা সময়ত তেওঁ যথেষ্ট পঢ়া-শুনা কৰিছিল। পঢ়াৰ বাহিৰে আন কোনো কথাত সময় খৰচ নকৰিছিল। লগৰ ল'ৰাই তেওঁক

কিতাপৰ পোক, খোৰোঙৰ ফেঁচা আদি আখ্যা দিছিল। কিন্তু বাণীকান্তক লগৰ ল'ৰা বিলাকে অলপ সমীহ কৰিও চলিছিল।

১৯১১ চনত এই স্কুলৰপৰা বাণীকান্ত কাকতিয়ে অসম উপত্যকাত প্ৰথম হৈ কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত হোৱা প্ৰবেশিকা পৰীক্ষা পাছ কৰিছিল। তেওঁৰ সহপাঠী কামেশ্বৰ দাসে দ্বিতীয় স্থান লাভ কৰিছিল।

কলেজীয়া শিক্ষাঃ স্কুলীয়া শিক্ষা সুখ্যাতিৰে সাং কৰি বাণীকান্ত কাকতিয়ে ১৯১১ চনত অসমৰ বিখ্যাত কটন কলেজত নাম লগায়। নিজৰ মেধা আৰু তীক্ষ্ন বুদ্ধিৰ বলত তেওঁ অতি সহজতে অধ্যাপকসকলৰ দৃষ্টি আকৰ্ষণ কৰে। তেওঁ স্বভাৱতে যদিও লাজকুৰীয়া, তথাপি তেওঁ অধ্যাপকসকলৰ প্ৰিয়পাত্ৰ হৈছিল। বৰপেটাৰ বিখ্যাত উকীল সদানন্দ দাসে বাণীকান্ত কাকতিৰ বিষয়ে কৈছে—'এদিন এই লেখকে গোহাটীত তেওঁ সংস্কৃতৰ পৰীক্ষাৰ বহীৰ ওপৰত দেখা পাইছিল সংস্কৃতৰ প্ৰফেচৰৰ লিখিত মন্তব্য কৰা এনেদৰে—'Banikanta is a student, I am a professor—no difference between he and me.' (শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ : বৰপেটা চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয় পৃঃ—১৯ )

ছাত্ৰ বাণীকান্ত কাকতিক কটন কলেজৰ ইংৰেজীৰ অধ্যাপক আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে হেনো খুব ভাল পাইছিল। ১৯১৩ চনত বাণীকান্ত কাকতিয়ে কটন কলেজৰ পৰা কলিকতা বিশ্ববিদ্যালয়ত প্ৰথম স্থান লাভ কৰিছিল। সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত অসম, বঙ্গদেশ, বিহাৰ, উৰিষ্যা আৰু কেবাখনো দেশীয় ৰাজ্য আছিল। বাণীকান্ত কাকতি প্ৰথম হোৱা দেখি আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে কৈছিল—"That ugly looking Banikanta stood first in the I. A. Examination. Oh I am proud of Banikanta." ( শান্তিদূত—১৯৫২ ).

বাণীকান্ত কাকতিৰ কলিকতা বিশ্ববিদ্যালয়ত প্ৰথম হোৱা বাতৰিয়ে অসমৰ ছাত্ৰ, শিক্ষক আৰু সমাজ সচেতন লোকসকলক বিস্ময়ত হতবাক কৰিছিল। কাৰণ ইয়াৰ আগতে অসমৰ কোনো ছাত্ৰই কলিকতা বিশ্ববিদ্যালয়ৰ পৰীক্ষাত প্ৰথম হ'ব পৰা নাছিল। বাণীকান্ত কাকতিয়ে প্ৰমাণ কৰিলে যে অসমতো মেধাৱী ল'ৰা আছে। বাণীকান্ত কাকতিৰ কৃতিত্বই অসমবাসীক গৌৰৱান্বিত কৰিলে।

তেওঁলৈ সম্বৰ্দ্ধনা আৰু শুভেচ্ছা-বাণীৰ জাউৰ উঠিল। কিন্তু বাণীকান্ত কাকতি নিৰ্বিকাৰ। উচ্চশিক্ষাৰ বাবে কলিকতালৈ যোৱাত অগ্ৰহী।

প্ৰেছিডেন্সি কলেজ: ১৯১৩ চনত বাণীকান্ত কাকতিয়ে কলিকতাৰ বিখ্যাত প্ৰেছিডেন্সি কলেজত পঢ়িবলৈ লয়। তেওঁ ইংৰাজী বিষয়ত অনাৰ্চ লয়। বহুতে ভাবিছিল যিহেতু বাণীকান্ত কাকতি সংস্কৃত বিষয়ত সিদ্ধহস্ত, গতিকে তেওঁ সংস্কৃত বিষয়ত অনাৰ্চ ল'ব। বৰপেটাৰ সমাজসেৱী অক্ষয় কুমাৰ দাসে কৈছে—"বোধহয় সংস্কৃতত প্ৰতিভা দেখিয়েই ড° কাকতি বি. এ. পঢ়িবলৈ কলিকতাৰ Presidency কলেজত নাম লগোৱাত ইংৰাজীৰ পৰিবৰ্তে সংস্কৃতৰ অনাৰ্চ পঢ়িবলৈ তাৰে অধ্যাপক আৰু সেই সময়ৰ প্ৰখ্যাত পণ্ডিত শ্ৰীআশুতোষ শাস্ত্ৰীয়ে বৰকৈ কৈছিল।" ( স্মৃতিগ্ৰন্থ, ব. চ. উ. মা. বি. ১৯৭১ )

বাণীকান্ত কাকতি প্ৰেছিডেন্সি কলেজত পঢ়াৰ সময়ত ড° সূৰ্যকুমাৰ ভূঞা পঞ্চম বাৰ্ষিকৰ ছাত্ৰ। ড° ভূঞাই সোঁৱৰণ কৰিছে এইদৰে—"আমি দুয়ো কলিকতাৰ প্ৰেছিডেন্সী কলেজত একে লগে আছিলো। ১৯১৩ চনত তেওঁ তৃতীয় বাৰ্ষিকত ভৰ্তি হওঁতে মই পঞ্চম বাৰ্ষিকৰ ছাত্ৰ। দুবছৰ আমি দুয়ো একেলগে ইডেন হোষ্টেলত বাস কৰিছিলো। কিতাপে তেওঁক কেনেকৈ আনন্দ দিছিল, সেই কথা এতিয়াও মোৰ মনত আছে। ইয়াৰ বাদে আন সকলোবোৰ আমোদৰ পৰা তেওঁ আঁতৰত আছিল। তেওঁ বৰ লাজকুৰীয়া আছিল আৰু আঁতৰি থাকিবলৈ চেষ্টা কৰিছিল। কিন্তু যিসকলে তেওঁৰ সান্নিধ্যলৈ গৈছিল, সেইসকলে তেওঁৰ প্ৰতিভাৰ পৰিচয় পাইছিল।" ( শান্তিদূত, ১৯৫২ )

বাণীকান্ত কাকতিয়ে ১৯১৫ চনত ইংৰাজী অনাৰ্চত দ্বিতীয় শ্ৰেণীৰ চতুৰ্থ স্থান লাভ কৰি পাছ কৰে। তেওঁ প্ৰেছিডেন্সি কলেজত প্ৰথম স্থান লাভ কৰে আৰু ইয়াৰ কাৰণে তেওঁ 'টাওনী স্মৃতি বঁটা' লাভ কৰে।

কলিকতা বিশ্ববিদ্যালয়: সুখ্যাতিৰে বি. এ. পাছ কৰি তেওঁ কলিকতা বিশ্ববিদ্যালয়ত এম. এ. পঢ়িবলৈ মন মেলিলে; কিন্তু টকা-পইচাৰ অভাৱৰ কাৰণে আগবাঢ়িব নোৱাৰে। চৰকাৰেও স্নাতকোত্তৰ বৃত্তি নিদিয়ে। কিন্তু সেই সময়ৰ শিক্ষাধিকাৰ ( D. P. I ) John Richard Cunnigham চাহাবে কাকতিলৈ মৰম কৰি নিজহাতে লেখি জনালে যে বাণীকান্তক তেওঁ

নিজাববীয়াকৈ মাহিলী পঁচিশ টকাকৈ দিব। লগতে তেওঁ এশ দহ টকাৰ এখন চেকো পঠাই দিলে। লগতে তেওঁ ইয়াকো ক'লে যে বাণীকান্তই যাতে বিনা-মূলীয়াকৈ শিক্ষালাভৰ সুবিধা পায়, তাৰ বাবে কলিকতা বিশ্ববিদ্যালয়লৈ লেখিব।

বাণীকান্ত কাকতি কলিকতা বিশ্ববিদ্যালয়ত পঢ়ি থকা সময়ত কানিংহাম চাহাবে কেবাখনো চিঠি দিছিল। তেওঁ প্ৰতিশ্ৰুতি দিয়া টকা ঠিক মতে পঠাইছিল আৰু কাকতিয়ে যাতে সুখ্যাতিৰে এম. এ. পাছ কৰিব পাৰে তাৰ আশা কৰিছিল। পিছত এই গৰাকী শিক্ষাধিকাৰ 'কানিংহাম চাৰকুলাৰৰ' কাৰণে কুখ্যাত হৈ পৰিছিল যদিও, বাণীকান্ত কাকতিক আগবঢ়োৱা সহায়ৰ কথা পাহৰিব নোৱাৰি।

১৯১৫ চনত কাকতিয়ে কলিকতা বিশ্ববিদ্যালয়ত ভৰ্তি হয়। তেওঁ একান-পতীয়াকৈ অধ্যয়নত লাগি পৰে। অত্যন্ত পঢ়াশুনা—ইফালে টকা-পইচাৰ অভাৱ। কাকতিয়ে নানা আহুকালৰ মাজত দিন কটাবলগীয়া হয়। মাজতে অসুস্থ হৈ পৰে। এই বিলাক কাৰণতে তেওঁ ১৯১৭ চনত পৰীক্ষাত বহিব নোৱাৰিলে। ১৯১৮ চনত ইংৰাজী ক শাখাত পৰীক্ষা দি দ্বিতীয় শ্ৰেণী লাভ কৰে।

সুখ্যাতিৰে এম. এ. পাছ কৰি ১৯১৮ চনতেই কাকতিয়ে কটন কলেজত অধ্যাপক নিযুক্ত হয়। ইয়াৰ মাজতেই তেওঁ আকৌ ইংৰাজী খ শাখাত এম. এ. পৰীক্ষা দিবলৈ মন মেলে। ১৯২৩ চনত খ শাখাত পৰীক্ষা দি প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰে।

কলিকতা বিশ্ববিদ্যালয়ত পঢ়ি থাকোতে বাণীকান্ত কাকতিয়ে সেইসময়ৰ বিশ্ববিদ্যালয়ৰ বিখ্যাত অধ্যাপকসকলৰ লগত পৰিচিত হয়। বিশেষকৈ ড০ সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ লগত তেওঁৰ সম্ভাৱ গঢ়ি উঠে। বাণীকান্ত কাকতিৰ প্ৰতিভা দেখি ড০ চট্টোপাধ্যায় অভিভূত হয়। তেওঁ বাণীকান্ত কাকতিৰ বিষয়ে বহুতো কথা লেখি থৈ গৈছে।

কটন কলেজ : বাণীকান্ত কাকতিয়ে সুখ্যাতিৰে এম. এ. পাছ কৰাৰ পাছত বহুতে ভাবিছিল তেওঁ হাকিম-মুন্সিফ আদি কিবা হ'ব। কিন্তু অধ্যাপক হ'বৰ হে মন মেলিলে। ড০ সূৰ্য কুমাৰ ভূঞাই লেখিছে—"সেই সময়ৰ কটন কলেজত অসমীয়া লোক এজনক অধ্যাপক নিয়োগ কৰিব লাগে বুলি অসমীয়া

বাইজে এটা দাবী কৰে। এটা পদ খালি হোৱাত ১৯১৮ চনত মোক সেই কামত নিয়োগ কৰা হয়। শ্ৰীযুত নৰেন্দ্ৰ চেটাৰ্জীক বঙ্গদেশলৈ বদলি কৰাৰ কাৰণে খালি হোৱা ঠাইত ১৯১৮ চনৰ নৰেশ্বৰ মাহত ডাঃ কাকতিক নিয়োগ কৰে। সেই সময়ত কটন কলেজ অধ্যাপক মণ্ডলীত মাজত মাত্ৰ আমি দুজনেইহে অসমীয়া লোক হোৱাৰ কাৰণে আন অসমীয়া লোকেও যাতে ভৱিষ্যতে কাম পোৱাত অসুবিধা নহয়; সেই উদ্দেশ্যে আমি নিজকে সু-প্ৰতিষ্ঠিত কৰিবৰ বাবে যথেষ্ট চেষ্টা কৰিব লগা হৈছিল। সেই কাৰণে আমি উভয়ে অন্যসকলতকৈ বেছি কষ্ট কৰিব লগা হৈছিল।" (শান্তিদূত-১৯৫২) ড০ সূৰ্য কুমাৰ ভূঞাৰ কথাৰ-পৰাই গম পোৱা যায় যে ড০ কাকতিয়ে আৰম্ভণিৰ পৰাই নিষ্ঠাৰে অধ্যাপনা কৰিবলৈ লয়।

বাণীকান্ত কাকতি অধ্যাপক হোৱাৰ পাছতো অতি সহজ-সৰল জীৱন যাপন কৰিছিল। ড০ কাকতিৰ প্ৰিয় ছাত্ৰ ড০ মহেশ্বৰ নেওগ দেৱে কৈছে—"আনে চিনাই নিদিলে বোধহয় কল্পনাৰ অধ্যাপক জনৰ লগত নিৰাড়ম্বৰ দেখন-শুনৰ, দেখাতে সহজ এই মানুহজনক একেটা ছবি কৰি লোৱা টান হ'লহেতেন।" (শান্তিদূত, ১৯৫২)

ড০ কাকতিক লৈ ছাত্ৰসকলৰ মাজত নানা জনৰ নানা কথা। প্ৰতিভাৱান ছাত্ৰসকলে অধ্যাপক কাকতিক গভীৰ ভাৱে ভাল পাইছিল আৰু তেওঁৰ সান্নিধ্য লাভ কৰিবলৈ সক্ষম হৈছিল, সেই কথা পুৰণি ছাত্ৰ-চামে এতিয়াও শ্ৰদ্ধাৰে সোঁৱৰে। কিন্তু তাৰ মাজতে এচাম মতগৰ্বী ছাত্ৰই কাকতিৰ বিষয়ে নানা ফুচুৰি কথা কৈ পৈশাচিক আমোদ পাইছিল। অধ্যাপক কাকতি মাটিৰ মানুহৰ দৰে সহজ সৰল; কিন্তু নিজৰ সিদ্ধান্তত অচল অতল আছিল।

ড০ কাকতিয়ে অসমীয়া ভাষাৰ গৱেষণা গ্ৰন্থ লেখি অসমত বৈজ্ঞানিক পদ্ধতিৰে ভাষা অধ্যয়নৰ পথ প্ৰদৰ্শন কৰিছিল। ভাষাবিষয়ত তেওঁৰ জ্ঞান গভীৰ হ'লেও, শ্ৰেণীত কিন্তু কবিতা পঢ়াইহে ভাল পাইছিল। ড০ মহেশ্বৰ নেওগ দেৱে শ্ৰদ্ধাৰে সোঁৱৰণ কৰিছে এইদৰে—"অধ্যাপক কাকতিয়ে ইংৰাজীৰ ৰোমাণ্টিক পুনৰ্জাগৰণৰ যুগৰ কবিতা পঢ়ুৱাই ভাল পাইছিল, তাৰ বৰ প্ৰশংসা কৰিছিল। টিউটৰিয়েল ক্লাছবোৰতো সৰু সৰু প্ৰেমৰ কবিতাবোৰৰ (ট'মাছ হাৰ্ডি তেওঁৰ বিশেষ প্ৰিয় যেন লাগিছিল কেতিয়াবা) সাৰাংশ লিখিবলৈ দিছিল প্ৰায়েই। কবিতাৰ মৰ্ম বুজাত আৰু বুজোৱাত কাকতিৰ ধৰণ আছিল বৰ ক্ষিপ্ৰ

বিধৰ। এই বাবেই বোধহয় তেওঁ কবিতা নাম দিয়া অকবিতাক আদৰ কৰিব নোৱাৰিছিল। কাকতি পৰীক্ষক থকা দুই-এবছৰ কটন কলেজৰ সুকুমাৰ কলা প্ৰতিযোগিতাত কবিতাৰ প্ৰাইজ দিয়াই হোৱা নাছিল। এই প্ৰসঙ্গত তেওঁৰ ৰিপোৰ্টবোৰ 'They do not come to the standard' ; They buistle with spelling mistakes". ( শান্তিদূত—১৯৫২ )

ড০ কাকতি ১৯৩৭ চনত কটন কলেজৰ অধ্যক্ষ হয় আৰু ১৯৪৯ চনত জানুৱাৰী মাহত কটন কলেজৰ পৰা অৱসৰ গ্ৰহণ কৰে। বাণীকান্ত কাকতিয়ে সুদীৰ্ঘ একত্ৰিশ বছৰ কাল কলেজৰ চাৰিবেৰৰ মাজত থাকি গভীৰ আন্থাৰে অধ্যাপনাত ব্ৰতী হৈ আছিল। তেওঁ একাগ্ৰচিত্তে অধ্যাপনাত লাগি থকাৰ লগতে অসমীয়া ভাষা-সাহিত্য-চৰ্চাতো গভীৰ ভাবে মনোনিবেশ কৰিছিল। পুৰণি অসমীয়া সাহিত্য চৰ্চা, বিজুলী প্ৰবন্ধ সমূহ, বৈষ্ণৱ ধৰ্মৰ আলোচনা আদিত একাগ্ৰচিত্তে জড়িত হৈ পৰিছিল। অধ্যাপনাৰ মাজতেই ১৯২৩ চনত ইংৰাজী 'খ' শাখাত এম এ. পৰীক্ষা দি কলিকতা বিশ্ববিদ্যালয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰিছিল। অসমীয়া ভাষাৰ গৱেষণা আৰম্ভ কৰি ১৯৩৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট উপাধি লাভ কৰিছিল। মুঠতে তেওঁৰ প্ৰকাশিত প্ৰায় সকলোবোৰ গ্ৰন্থৰ বিষয়বস্তু কটন কলেজত অধ্যাপনা কৰি থকাৰ কালতে ৰচনা কৰিছিল।

গুৱাহাটী বিশ্ববিদ্যালয় : ড০ কাকতিয়ে ১৯৪৯ চনৰ জানুৱাৰী মাহত কটন কলেজৰপৰা অৱসৰ গ্ৰহণ কৰে। ১৯৪৭ চনৰ চেপ্তেম্বৰ মাহৰ তেৰ তাৰিখে 'গুৱাহাটী বিশ্ববিদ্যালয় বিল, ১৯৪৭' গৃহীত হয়। গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হোৱাত অসমত উচ্চতম শিক্ষাৰ সুযোগ মিলে। ১৯৪৮ চনৰ ১ ডিচেম্বৰ তাৰিখে ড০ বাণীকান্ত কাকতিৰ প্ৰিয় ছাত্ৰ ড০ মহেশ্বৰ নেওগ দেৱে অসমীয়া স্নাতকোত্তৰ বিভাগত লেকছাৰাৰ পদত নিযুক্তি লাভ কৰে। ইয়াৰ কেইদিনমান পাছতে ড০ বাণীকান্ত কাকতি অধ্যাপক পদত নিযুক্ত হয়। ড০ বিৰিঞ্চি কুমাৰ বৰুৱায়ো ৰিডাৰ পদত নিযুক্ত হয়। ইয়াৰ কেইমাহ-মান পাছত ড০ সত্যেন্দ্ৰ নাথ শৰ্মাইয়ো লেকচাৰাৰ হিচপে যোগদান কৰে। তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগটো পণ্ডিত মণ্ডলিৰ প্ৰাণ কেন্দ্ৰ হৈ পৰে। ড০ কাকতিয়ে নিজ প্ৰতিভাৰ বলত গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলা গুৰু হয় আৰু জীৱনৰ শেষ কাললৈকে গুৱাহাটী বিশ্ববিদ্যালয়তে পাঠদান

গৱেষণা আৰু অধ্যয়নত গভীৰভাবে নিবিষ্ট হৈ আছিল। অকল এয়ে নহয়, বিশ্ববিদ্যালয়ৰ উন্নয়নমূলক কাম-কাজতো আগ্রহী হৈ দেহে-কেহে লাগিছিল। সেই সময়ৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য কৃষ্ণকান্ত সন্দিকৈ দেৱে কৈছিল— "বিশ্ববিদ্যালয়ৰ উন্নয়নৰ ক্ষেত্রত কাকতি আছিল অনুৰক্ত সতীর্থ, বিজ্ঞ উপদেষ্টা আৰু একনিষ্ঠ কর্মী।"

সাংসাৰিক জীৱন : ড° বাণীকান্ত কাকতিয়ে বাইশ বছৰ বয়সতে বিবাহ পাশত আবদ্ধ হয়। বি. এ. পাছ কৰাৰ পাছতেই ১৯১৬ চনত তেওঁ বিয়া কৰায়। বৰপেটাৰ উমাকান্ত দাসৰ কন্যা কনকলতা দাসক বিয়া কৰাই সুখী দাম্পত্য জীৱন আৰম্ভ কৰে। তেওঁৰ পত্নী কনকলতা কাকতি পঢ়াশুনাত বৰ বেছি আগবঢ়া নাছিল যদিও ড° কাকতিৰ পঢ়াশুনাত ছাঁৰদৰে লাগি থাকি সহায় আগবঢ়াইছিল। কিন্তু বিধিৰ বিধান—১৯৫২ চনৰ ১৭ চেপ্তেম্বৰ তাৰিখে ড° কাকতিৰ সহধর্মিণীৰ অকাল বিয়োগ ঘটে। এই বিয়োগত ড° কাকতি মর্মাহত হয়। ইয়াৰ দুমাহ পাছতেই ১৯৫২ চনৰ পোন্ধৰ নৱেম্বৰ তাৰিখে বিহাবাৰীৰ নিজ বাসভৱনত ড° কাকতিৰ দেহান্তৰ ঘটে। মৃত্যুৰ সময়ত তেওঁৰ তিনি পুত্ৰ আৰু তিনি গৰাকী জীয়ৰীক এৰি থৈ যায়। তেওঁৰ পুত্ৰসকল—শ্ৰীদেৱকান্ত কাকতি, শ্ৰীনীলকান্ত কাকতি আৰু শ্ৰীৰত্নকান্ত কাকতি। আৰু জীয়ৰী— শ্ৰীনীৰদা কাকতি, শ্ৰী শৰৎ কুমাৰী আৰু শ্ৰী তৰুলতা কাকতি।

---

অসমৰ ভাষা-সাহিত্য-ধৰ্ম-সংস্কৃতিৰ বিকাশ, প্ৰকাশ আৰু প্ৰচাৰত লক্ষ্মীনাথ বেজবৰুৱাই জীৱনযোৰা সাধনা কৰি গৈছে। সেইদৰে ড° বাণীকান্ত কাকতিয়েও বেজবৰুৱাৰ জাতীয় ভাবৰ দ্বাৰা উদ্বুদ্ধ হৈ অসমৰ ভাষা-সাহিত্য-ধৰ্ম-সংস্কৃতিৰ প্ৰকৃত ৰূপ প্ৰকাশৰ কাৰণে গভীৰ অধ্যয়নত ৰত হৈ অসমীয়া জাতিক নতুন প্ৰেৰণা দিছে। ঠিক একেদৰে অসমৰ জাতীয় স্বাৰ্থ ৰক্ষাৰ কাৰণে আজীৱন সংগ্ৰাম কৰি অসমত জাতীয় ভাবধাৰাৰ প্ৰসাৰণ ঘটাইছে অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীয়ে। অম্বিকাগিৰীৰ জাতীয় চেতনাই বাণীকান্ত কাকতিকো নতুন প্ৰেৰণা দিছিল। অম্বিকাগিৰীয়ে মন্ত্ৰী, এম. এল. এ. হোৱা আকাংক্ষা নকৰাকৈ বা কোনো শাসনৰ গাদীত বহাৰ লোভ সামৰি সমাজ আৰু সাহিত্য সেৱাৰ জৰিয়তে যি ৰাজনীতি কৰিলে, তাৰ তুলনা বিৰল। অম্বিকাগিৰীৰ বাবে আছিল দেশেই ভগৱান। ড° কাকতিয়েও হাকিম-মুন্সিফ বা উচ্চপৰ্যায়ৰ চৰকাৰী চাকৰিৰ লোভ নকৰি আজীৱন শিক্ষকতা আৰু ভাষা-সাহিত্যৰ সেৱাতে লাগি থাকিল। বেজবৰুৱা, অম্বিকাগিৰী আৰু ড° কাকতিৰ তীব্ৰ জাতীয় চেতনা আছিল—আচলতে অম্বিকাগিৰীয়ে কোৱাৰ দৰে তিনিও জনাৰ বাবে দেশেই ভগৱান। স্থানান্তৰত বেজবৰুৱা আৰু বাণীকান্ত কাকতিৰ বিষয়ে আলোচনা কৰা হৈছে। কাকতিৰ অন্তৰত সুপ্তিপ্ৰকৃত হৈ থকা জাতীয় চেতনাক জগাই তোলাত সহায় কৰিছিল অম্বিকাগিৰীয়ে, সেইদৰে বাণীকান্ত কাকতিয়েও অম্বিকাগিৰীৰ হৃদয়ত জমা হৈ থকা কাব্যিক অনুভূতি ৰাশিক উৎসাহ, উদ্দীপনা আৰু স্বীকৃতি দি অম্বিকাগিৰীক আমাৰ কাব্যজগতত এখন সুকীয়া স্থায়ী আসন দিয়াত সহায় কৰিছিল। অম্বিকাগিৰী আছিল এক স্বতঃস্ফূৰ্ত স্বাভাৱিক প্ৰতিভা আৰু বাণীকান্ত কাকতি আছিল বহল হৃদয়ৰ গভীৰ পাণ্ডিত্যৰ প্ৰতিভা।

বাণীকান্ত কাকতিৰ দেহান্তৰত কাকতিৰ গৌৰৱ-স্মৃতি স্মৰণত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে লেখিছিল বাণীকান্তৰ বহুতো কথা। অম্বিকাগিৰীয়ে ১৯০৮ চন মানত বৰপেটাত থাকোতে বৰপেটাৰ হাইস্কুলত পঢ়ি থকা বাণীকান্ত কাকতিক লগ পায়। দুখীয়া ল'ৰাৰ সাহায্যৰ বাবে 'পোৰ ফাণ্ড' খুলিবলৈ অম্বিকাগিৰীয়ে

ছাত্ৰৰ মাজত এখন সভা পাতিছিল। সেই সভালৈ বাণীকান্ত আহিছিল। সদায় কিতাপ পঢ়ি থকা বাণীকান্তক লগৰ ল'ৰা বিলাকে 'কিতাপৰ পোক', 'খোবোঙৰ ফেঁচা' আদি আখ্যা দিছিল। কিন্তু তেওঁৰ মন উদাৰ আছিল, দুখীয়া ছাত্ৰক সহায় কৰা বিষয়ে আলোচনা কৰা সভালৈ কিতাপ পঢ়া বাদ দিও আহিছিল। ৰায়চৌধুৰীৰ লেখনীৰ পৰা বুজা যায় বাণীকান্ত গভীৰ অধ্যয়নশীল ছাত্ৰ আছিল। ইয়াৰ দহ বছৰ মান পাছত ৰায়চৌধুৰীয়ে বৰপেটাতে বাণীকান্তক লগ পাইছিল। ৰায়চৌধুৰীয়ে বিয়া এখনত 'জয়দ্ৰথ বধ' নাটক কৰিছিল। বাণীকান্তই এই নাটক চাইছিল আৰু ৰায়চৌধুৰীক উৎসাহ দিছিল লেখি থাকিবলৈ। তেতিয়া কাকতিৰ 'মুখৰ গম্ভীৰতা আৰু চকুৰ উজ্জ্বলতা বৃদ্ধি পাইছিল'। দুয়ো বহুপৰ কথা হৈছিল আৰু ৰায়চৌধুৰীক লেখি থাকিবলৈ দঢ়াই দঢ়াই কৈছিল।

বাণীকান্ত কাকতি কটন কলেজৰ অধ্যাপক হ'ল। অম্বিকাগিৰীয়ে ১৯১৮ চনত গুৱাহাটীত অৰুণা প্ৰেছ স্থাপন কৰিলে আৰু ১৯১৯ চনৰ পৰা ৰায়চৌধুৰীৰ সম্পাদনাত 'চেতনা' মাহেকীয়া আলোচনী ৰূপত ওলাল। ৰায়চৌধুৰীয়ে লেখিছে —"তেতিয়াৰে পৰা কাকতিয়ে মোৰ প্ৰেছলৈ আহি নানা পৰামৰ্শৰে মোক সহায় কৰিছিল। সম্ভৱতঃ কাকতিয়ে পোন প্ৰথমতে অসমীয়া সাহিত্যৰ চৰ্চা কৰে মোৰ চেতনাৰ পাততেই। পুৰণি অসমীয়া সাহিত্যৰ তত্ত্ব, সৌন্দৰ্য বৈজ্ঞানিক প্ৰণালীৰে উদ্ঘাটন কৰি। তেওঁৰ পুৰণি অসমীয়া সাহিত্যৰ সমালোচনা বিলাক উচ্চ পৰ্যায়ৰ মূল্যাংকন কৃত বস্তু। চেতনাৰ তেওঁ নিয়মিত লেখক আছিল।" বাণীকান্ত কাকতিৰ গ্ৰন্থত কাকতিৰ গভীৰ পাণ্ডিত্য প্ৰকাশ পাইছে। তেওঁ গভীৰ মননশীলতাৰ পৰিচয় দিছে। "ড° কাকতিৰ এই বোৰ চিন্তা অকল অসমীয়া সাহিত্যতে নহয়, ভাৰতীয় সাহিত্যতো আপুৰুগীয়া সম্পদ। তেওঁৰ দৰে জ্ঞানান্বেষী অধ্যয়নশীল ব্যক্তি বিৰল।"

ৰায়চৌধুৰীৰ 'তুমি', 'বীণা' আৰু অসম বান্ধৱ আৰু চেতনাত ওলোৱা কবিতা সমূহৰ বিষয়ে ড° কাকতিয়ে উচ্চ ধাৰণা পোষণ কৰিছিল বুলি ৰায়চৌধুৰীয়ে কৈছে। "মই কবিতা লেখিবলৈ এৰি ৰাজনীতিত লগাত মোক Spoiled child অৰ্থাৎ নষ্ট ল'ৰা বুলি কেবাদিনো তিৰস্কাৰ কৰাৰ দৰে ৰূঢ় কথা কৈছিল তথাপি মোৰ দেশাত্মবোধক গীতবোৰ তেওঁ ইংৰাজীত অনুবাদ কৰি দিছিল আৰু তেওঁৰ পৰামৰ্শ মতেই সেইবোৰ 'Songs of the Cell' নাম দি কিতাপৰ আকাৰত

প্ৰকাশ কৰি সেই সময়ত অসমৰ বাহিৰতো পঠিওৱা হৈছিল আৰু সকলো ঠাইতে সমাদৰ লাভ কৰিছিল।"

ড° কাকতি নিজে যেনে গুণী আৰু জ্ঞানী, সেইদৰে আনৰ গুণবো প্ৰশংসা কৰিছিল আৰু সেই গুণৰাশিৰ বিকাশ আৰু প্ৰকাশ হোৱাটো কামনা কৰিছিল। "তেওঁ অকাৰণত কাৰো কুচৰ্চা নকৰিছিল। অতি সামান্যজনৰ পৰাও ভালখিনি সংগ্ৰহ কৰাত তেওঁৰ উদাৰতা আছিল। মই অন্তৰঙ্গভাৱে তেওঁৰ লগত ঘনিষ্ঠতা ৰাখি সেইটো সদায় অনুভৱ কৰিছিলো।"

১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছৰ উদ্বোধনী অনুষ্ঠানত গোৱা গীত দুটি বাণীকান্ত কাকতিয়ে ইংৰাজীলৈ তৰ্জমা কৰিছিল আৰু কাকতিয়ে নিজৰ খৰছতেই ছপাই বাইজৰ মাজত বিলাই দিছিল। 'এই গীতৰ ইংৰাজী তৰ্জমাই সেই সময়ত সমগ্ৰ ভাৰতত কেনে প্ৰশংসা পাইছিল, সেই কথা মোৰ সম্বন্ধে তেওঁ লেখা গুৱাহাটী বিশ্ববিদ্যালয়ৰ জাৰ্ণেলত প্ৰকাশ হোৱা প্ৰবন্ধতো উল্লেখ কৰিছে।'

অম্বিকাগিৰীয়ে লক্ষ্য কৰিছিল যে কাকতিয়ে সৰু সামান্য পুথি এখনো নপঢ়াকৈ নেৰিছিল। তেওঁৱেই পোন প্ৰথমে অসমত বৈজ্ঞানিক প্ৰণালীৰ সমালোচনাৰ প্ৰবৰ্তন কৰে।

ড° কাকতি উদাৰ আৰু পৰোপকাৰী লোক আছিল। তেওঁ এবাৰ ৰায়চৌধুৰীক তিনিশ টকা আনৰ পৰা আনি ধাৰলৈ দিছিল।

ৰায়চৌধুৰীৰ মতে ড° কাকতি এগৰাকী ৰসিক ব্যক্তি আছিল। সুবিধা পালেই লগ-সমনীয়াৰ লগত ৰং-ৰহেচৰ কথা কৈ আমোদ পাইছিল। তেওঁ 'ফোফদাং মৰা' বিলাসিতা ভাল নাপাইছিল। তেওঁ মিতব্যয়ী, পিন্ধন-উৰন সহজ সৰল আছিল।

কবিতা লেখিবলৈ ৰায়চৌধুৰীক কাকতিয়ে বাৰে বাৰে সকিয়াই আছিল। "ড° কাকতিয়ে প্ৰায় ছেদ নপৰাকৈ মোক কৈ আছিল কবিতা লেখিবলৈ আৰু সেই কবিতাবোৰ তেওঁ ভাল ইংৰাজীত তৰ্জমা কৰি, এনেকি তেওঁৰ নিজৰ খৰছেৰে ছপাই হ'লেও নোবেল প্ৰাইজৰ প্ৰতিদ্বন্দ্বিতাৰ বাবে পঠাই দিব বুলি কৈছিল।"

ৰায়চৌধুৰীয়ে 'সংৰক্ষিণী'ৰ পাছে পাছে যেনি ফুৰাটোক কাকতিয়ে যে বেয়া পাইছিল, এনে নহয়, বৰং "প্ৰশংসাহে কৰিছিল আৰু সংৰক্ষিণী সংক্ৰান্তত মই লিখা কথা বিলাক সমগ্ৰ ভাৰতত প্ৰচাৰ কৰিবলৈ আৰু নেতাসকললৈ পঠাবলৈ ইংৰাজীত অনুবাদ কৰি দি মোক উৎসাহ হে দিছিল।"

ৰায়চৌধুৰীৰ কবি প্ৰতিভা হৃদয়ত সুপ্ত হৈ আছিল, এই কথা কাকতিয়ে বুজি পাইছিল, সেয়েহে কাকতিয়ে ভাবিছিল ৰায়চৌধুৰীয়ে যদি একাগ্ৰতাৰে কাব্যসাধনাত লাগি থাকে তেনেহ'লে এগৰাকী পৃথিৱী খ্যাত কবি হৈ অসম মাতৃৰ মুখ উজলাব।

ড° কাকতিয়ে ৰায়চৌধুৰীৰ প্ৰতিভা আৰু ব্যক্তিত্বৰ কথা জানিয়েই, উৎসাহ উদ্দীপনা দিয়াৰ লগতে ৰায়চৌধুৰীৰ কাব্যপ্ৰতিভাৰ প্ৰকৃত মূল্যায়ন কৰিছে। কাকতিৰ ভাষাত "ৰায়চৌধুৰী দুতৰপীয়া পুৰুষ। তেওঁ এফালে যেনে প্ৰাণ ঢালি দিয়া স্বদেশ কৰ্মী, আনফালে তেনে অতলস্পৰ্শী আৱেগপূৰ্ণ প্ৰেমৰ কবি। তেওঁৰ সুগভীৰ প্ৰেমেই তেওঁৰ বিশাল কৰ্ম প্ৰেৰণা।"

ড° কাকতিয়ে 'তুমি' কাব্যক কবিৰ বিশ্বৰূপ দৰ্শন বুলি কৈছে। অৰ্জুনে শ্ৰীকৃষ্ণৰ বিৰাট ৰূপত বিশ্বৰূপ দেখা পাইছিল। সেই ৰূপত অৰ্জুনে পাহাৰ-পৰ্বত, নৈ-সাগৰ, জীৱ-জন্তু, চন্দ্ৰ-সূৰ্য আদি দেখা পাইছিল আৰু ৰায়চৌধুৰীয়েও 'তুমি'ৰ মাজতে বিশ্ব সৌন্দৰ্য দেখা পাইছে। 'তুমি'ৰ সাতোটা ছেদৰ বিষয়ে কাকতিয়ে বিস্তৃত ব্যাখ্যা দাঙি ধৰিছে। শেহত কাকতিয়ে কৈছে—"'তুমি' কাব্য মনগঢ়া কৃত্ৰিম কাব্যৰ পুথি নহয়। প্ৰেমীক ৰায়চৌধুৰী ডেকা বয়সত ছেলী, বায়ৰণ আদি ইংৰাজ ৰোমাণ্টিক কবিসকলৰ দৰে বহুত বাৰ প্ৰেমত পৰিছে, ওপঙিছে, সাঁতুৰি পাৰ হৈছে। 'তুমি' কাব্য ৰায়চৌধুৰীৰ কোনোবা বিশিষ্টা নাৰী মূৰ্তিৰ প্ৰতি প্ৰেমৰ সম্মোহন অনুভূতিৰ স্বৰূপ প্ৰকাশ।"

কাকতিয়ে কৈছে—নাৰীৰ প্ৰেমৰ মাজেদি বিশ্বনাথৰ বিশ্বসৌন্দৰ্যৰ উপলব্ধি সাহিত্য জগতত বিৰল নহয়। ডাণ্টেই বিয়েট্ৰীছ নামৰ এগৰাকী নাৰীৰ প্ৰেমত পৰি Divine Comedy মহাকাব্য ৰচনা কৰিছিল। ৰায়চৌধুৰীয়ো নাৰীৰ প্ৰেমৰ দ্বাৰা উদ্বুদ্ধ হোৱা এগৰাকী বিৰল প্ৰতিভাৰ মহৎ কবি। "'তুমি' কাব্যৰ সাতোটা ছেদত কবিৰ কল্পিত বিশ্বনাথৰ বিশ্বসৌন্দৰ্যৰ সাতোটা কলা প্ৰকাশ পাইছে।"

ৰায়চৌধুৰীৰ বিষয়ে ড° কাকতিয়ে এটি মূল্যবান ইংৰাজী প্ৰবন্ধ লেখা বুলি ৰায়চৌধুৰীয়ে তেওঁৰ লেখনীত উল্লেখ কৰিছে। ড° মহেশ্বৰ নেওগ দেৱে কৈছে —এই প্ৰবন্ধটো অপ্ৰকাশিত অৱস্থাত ৰায়চৌধুৰীৰ লগত আছিল। নেওগদেৱে ৰায়চৌধুৰীৰ পৰা প্ৰবন্ধটো আনি তেওঁৰ সম্পাদিত Journal of the University Gauhatiত ১৯৬১ চনত প্ৰকাশ কৰে। ইয়াত কাকতিয়ে ৰায়-

চৌধুৰীক পাশ্চাত্য দেশৰ বিখ্যাত কবিসকলৰ লগত তুলনা কৰি ৰায়চৌধুৰীৰ কাব্যিক প্ৰতিভাৰ ভূয়সী প্ৰশংসা কৰিছে। ড° মহেশ্বৰ নেওগদেৱে 'বাণীকান্ত কাকতি ৰচনাৱলী'ৰ পাতনি বহলাই আলোচনা কৰিছে। এই আলোচনাৰ সহায়ত কাকতিদেৱৰ অমূল্য সমালোচনাটোৰ বিষয়ে দুই এটি কথা উল্লেখ কৰা হ'ল।

ইংৰাজ কবি শ্যেলীক 'Epipsychidon' লেখিবৰ সময়ত এমিলা ভিভিয়ানি নামৰ এগৰাকী ইটালীয়ান ছোৱালী অনুপ্ৰেৰণা যোগাইছিল। কবিতাৰ ছায়া-ছবিক thou, thou বুলি সম্বোধন কৰিছিল। অম্বিকাগিৰীয়েও 'ইন্দুমতী' নামৰ ছোৱালী এগৰাকীৰ দ্বাৰা অনুপ্ৰাণিত হৈ তুমি কাব্য ৰচনা কৰিছিল। ইন্দুমতী যে কবিৰ কাব্য ৰচনাৰ অনুপ্ৰেৰণাৰ উৎস আছিল সেই বোৰ কথা ৰায়চৌধুৰীয়েও নিজে লেখিছে।

ড° নেওগদেৱে কৈছে—"সমালোচকে ( কাকতিয়ে ) অম্বিকাগিৰীৰ জীৱনৰ স্ববিৰোধবোৰ আৰু ৰাজনৈতিক চিন্তাৰ বিফলতা লক্ষ্য কৰি যিবোৰ বৈশিষ্ট্য আঙুলিয়াই দিছে, কাকতিৰ নিজা ভাষাত তাক উদ্ধাৰ কৰি নিদিলে, তাক বুজাবৰ উপাই নাপাওঁ। কবিজনৰ দেশহিতৈষী জীৱনৰ সামগ্ৰিক ৰূপৰ বিষয়েঃ This poem, called 'I am a rebel, I am an anarch', written in the later glamorous style of the poet-patriot, unfolds the entire life philosophy of Roy Choudhury, now masquerading as a poet and now as a politician. Revolt and intolerance is the key-note of his character. জেলত লেখা কবিতা কেইটা হ'ল stirring political poems....in accompaniment to the clangour of the hammer". এনেদৰে ড$^0$ কাকতিয়ে ৰায়চৌধুৰীৰ অন্তৰৰ গভীৰত থকা ভাৱ ৰাশিক ইংৰাজী ভাষাৰ যাদুৰ কাঠিৰে পোহৰলৈ আনে।

"ৰায়চৌধুৰীৰ শিক্ষা-দীক্ষা—with little schooling and less home training, he has sucked in inspiration from common air and he breathes through every pore. ৰাজনীতিক জনৰ বিষয়ে দফা-দফা শেষ কথাঃ he is at bottom a poet and his public programme is too often poetry in fineworks. সমালোচকৰ হাতিয়াৰ হিছাপে

কাৰ্কতি ইংৰাজী ভাষাৰেই আটাইতকৈ সুখী; তাৰেই তেওঁ স্পষ্ট টং টং শব্দ কৰি প্ৰাণৰ তলি লৈকে বক্তব্যৰ ধ্বনি স্পৰ্শাই দিব পাৰে।"

( বা. ৰ. পৃঃ ১৩—১৪ )

'দেশ গ'ল', 'দেশ গ'ল' বুলি অলো তলো কৈ জধলা খদ্দৰৰ কাপোৰ পিন্ধি ঘূৰি ফুৰা অশান্ত মানুহজনৰ মনৰ খবৰ পাইছিল ড° কাৰ্কতিয়ে। কাৰ্কতিয়ে এই মহান কবিজনাৰ প্ৰতিভাৰ মূল্যায়ন কৰি জগতত চিনাকি কৰি দিছিল। ৰায়চৌধুৰী এগৰাকী বিৰল প্ৰতিভাৰ কবি, এই কথা ধৰা পৰিছিল ড° কাৰ্কতিৰ দৃষ্টিত। ১৯৪০ চন মানতেই ড° মহেশ্বৰ নেওগদেৱেও কৈছিল ৰায়চৌধুৰী অসমীয়া সাহিত্যৰ একমাত্ৰ মৌলিক কবি।

কাৰ্কতিতকৈ ৰায়চৌধুৰী নবছৰ মান বয়সত ডাঙৰ। কিন্তু ৰায়চৌধুৰীয়ে কাৰ্কতিক সমীহ কৰি চলিছিল আৰু কাৰ্কতিক সম্মান কৰিছিল। কাৰ্কতিৰ জীৱনৰ শেষ কাললৈকে তেওঁলোকৰ মাজত বন্ধুত্ব অটুট আছিল। ৰায়চৌধুৰীয়ে লিখিছে—"ইং ১৯২৩ চনত কাৰ্কতি, মই, শ্ৰীবিষ্ণু মেধি, কামেশ্বৰ দাস, ৰমেশ দাস আদিয়ে একেলগে মহাপুৰুষীয়া একশৰণীয়া নামধৰ্মত ৰবপেটা সত্ৰত শৰণ লৈছিলোঁ। তেতিয়াৰ পৰা কাৰ্কতিৰ লগত মোৰ অন্তৰঙ্গতা বেছি গাঢ় হৈছিল। তেতিয়াৰে পৰা আমি দুয়ো দুয়োকো আতৈ-সখি বুলি সম্বোধন কৰি আমোদ পাইছিলোঁ।"

ড° বাণীকান্ত কাৰ্কতি আৰু অম্বিকাগিৰী ৰায়চৌধুৰী অসমীয়া সমাজ জীৱনৰ এক বিৰল আদৰ্শ। কাৰ্কতিৰ দেশপ্ৰেম নিগৰিছিল পাণ্ডিত্যপূৰ্ণ গভীৰ অধ্যয়নশীল লেখনীৰ মাজেৰে আৰু ৰায়চৌধুৰীৰ দেশপ্ৰেম পাৰ ভাঙি ওপচি পৰিছিল বিবিধ সাহিত্যিক আৰু সামাজিক কৰ্মৰাজিৰ মাজেৰে।

ড' বাণীকান্ত কাকতি আৰু লক্ষ্মীনাথ বেজবৰুৱা

ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাই অসমৰ ভাষা-সাহিত্য-ধৰ্ম-সংস্কৃতিৰ প্ৰতিষ্ঠা সাধনত যি অৱদান আগবঢ়াইছে, সেইবোৰ কথা অসমৰ সাংস্কৃতিক বুৰঞ্জীত চিৰস্মৰণীয় হৈ আছে। জোনাকী যুগৰ কবিসকলে অসমীয়া কাব্যজগতলৈ ৰমন্যাসিক ভাৱধাৰা বোৱাই অনাৰ লগতে অসমীয়া সাহিত্য আৰু সমাজ জীৱনলৈ আধুনিক চিন্তাধাৰাৰ প্ৰবাহো বোৱাই আনিছিল। এইক্ষেত্ৰত বেজবৰুৱা গুৰিয়াল আছিল। অসমৰ ভাষা-সাহিত্য-ধৰ্ম-সংস্কৃতিৰ প্ৰতিষ্ঠাৰ এক দুৰ্যোগৰ কালতে বেজবৰুৱাই 'বাঁহী' আলোচনী উলিয়াইছিল। এচাম বঙালীলোকৰ অসমৰ ভিতৰে-বাহিৰে চেষ্টা—অসমীয়া ভাষা বঙালী ভাষাৰ গাঁৱলীয়া সংস্কৰণ বুলি। বেজবৰুৱাই কাণ্ডাৰী হৈ যুঁজ দিবলগীয়া হ'ল যে অসমীয়া ভাষা স্বতন্তৰীয়া ভাষা। বেজবৰুৱা ৰণত জিকিল; কিন্তু লেজুত বিষ থকাৰ দৰে বাকৰিয়াণ্ডাৰ যুঁজখন একেবাৰে সাং নহ'ল। মাজে মাজে সুবিধা পালেই উকি দিয়ে। অসমীয়া ভাষা যে স্বতন্ত্ৰীয়া এক শক্তিশালী ভাষা তাক বৈজ্ঞানিক-ভাষাতাত্ত্বিক গৱেষণাৰে প্ৰতিষ্ঠা কৰাৰ প্ৰয়োজন হ'ল। এই অভাৱ পূৰণ কৰিলে বাণীকান্ত কাকতিয়ে 'অসমীয়া ভাষাৰ গঠন আৰু বিকাশ' গৱেষণা গ্ৰন্থ লেখি।

সেইদৰে অসমৰ সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ পুৰুষ শ্ৰীশংকৰদেৱক লৈয়ো অসমৰ ভিতৰে-বাহিৰে অৰিয়া-অৰি চলিল। বেজবৰুৱাই শ্ৰীশ্ৰীশংকৰদেৱ, মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ ৰচনা কৰিলে। অসমৰ বৈষ্ণৱ ধৰ্ম, সাহিত্য আৰু সংস্কৃতি বিষয়ক বক্তৃতা দিলে, প্ৰবন্ধ ৰচনা কৰি জাতীয় ঐতিহ্য অক্ষুণ্ণ ৰখাৰ লগতে এগৰাকী প্ৰকৃত জাতীয় লেখক হিচাপে নিজক প্ৰতিষ্ঠা কৰিলে। এই ক্ষেত্ৰতো বাণীকান্ত কাকতিয়ে বেজবৰুৱাৰ পৰিপূৰক হিচাপে হাতত কলম লৈ বৈজ্ঞানিক দৃষ্টিভংগীৰে লেখনি প্ৰকাশ কৰি অসমৰ জাতীয় জীৱন শক্তিশালী কৰিলে। বেজবৰুৱাই বাণীকান্ত কাকতিক সাংস্কৃতিক জীৱনৰ যোগ্য উত্তৰাধিকাৰী বুলি আস্থা স্থাপন কৰি বহুতো কামৰ গুৰুভাৰ দিছিল। কাকতিদেৱেও বেজবৰুৱাৰ পৰা আশীৰ্বাদ-দিহা-পৰামৰ্শ লৈ অসমৰ ভাষিক-ধাৰ্মিক আৰু সাংস্কৃতিক স্বাৰ্থৰক্ষাৰ হ'কে হাতত কলম তুলি লৈছিল। বেজবৰুৱা

আৰু ড° বাণীকান্ত কাকতিৰ মাজত গঢ়ি উঠা আত্মিক সম্পৰ্ক কিমান গভীৰ আছিল সেই কথা তলৰ আলোচনাৰ পৰাই বুজা যায়।

বাণীকান্ত কাকতিয়ে 'চেতনা'ত প্ৰবন্ধ লিখিবলৈ লোৱাৰ পৰাই বেজবৰুৱাৰ সুদৃষ্টি কাকতিৰ ওপৰত পৰে। কাকতিয়ে বেজবৰুৱাৰ 'বাঁহী' আলোচনীতো লেখিবলৈ লয়। বাণীকান্ত কাকতিয়ে বেজবৰুৱালৈ লেখা চিঠিবপৰা দুয়োজনাৰ মাজত ভাবৰ আদান-প্ৰদান কেনেদৰে হৈছিল তাক জানিব পাৰি।

২৭/৯/২০ চনত কাকতিয়ে বেজবৰুৱালৈ এখন চিঠি দিছিল। চিঠিত লিখা মতে কাকতিয়ে অসমৰ বৈষ্ণৱ ধৰ্ম আৰু গুৰুসকলৰ জীৱনী আলোচনা কৰিবলৈ লৈ কিছুমান প্ৰশ্নৰ সম্মুখীন হৈছে। কাকতিৰ অন্তৰত লগা খোকোজাবোৰ ভাঙিবৰ বাবে বেজবৰুৱাৰ পৰা পৰামৰ্শ বিচাৰিছে। কাকতিৰ মনত দামোদৰ-দেৱৰ early life সম্পৰ্কে কিছুমান কথা খোকোজা। ৺নীলকণ্ঠ দাসৰ দামোদৰ চৰিত এখন পঢ়ি কাকতিয়ে পাইছে—"দামোদৰদেৱ পাটবাউসীত আহি বহুদিন থেতিবাতি কৰি আছিল। শঙ্কৰদেৱৰ লগত তেওঁৰ বহুত পিছতহে অইনৰ হতুৱাই পৰিচয় হয়।" কাকতিয়ে এই চিঠিতেই চৈতন্যদেৱ, শঙ্কৰদেৱ, দামোদৰদেৱ সম্পৰ্কে কেবাটাও প্ৰশ্নৰ অৱতাৰণা কৰে। "মোৰ ধাৰণা ( সঁচা মিছা আপুনি বিচাৰ কৰি চাব ) যে পাটবাউসীলৈ অহাৰ আগে শঙ্কৰ-দামোদৰদেৱৰ চিনা পৰিচয় নাছিল।"

আকৌ—"তাত বাজেও শঙ্কৰদেৱ সম্পৰ্কে কিছুমান কথা আজি সুধিব ওলাইছোঁ। ৰামচৰণ ঠাকুৰৰ শঙ্কৰ চৰিত এখন হাতত পৰিছে। মোৰ হাতত পূৰ্ব খণ্ডহে পৰিছে। এই ৰামচৰণ মাধৱদেৱৰ ভাগিনীয়েক হয়নে নহয়? বহুতে সন্দেহ কৰে। হয় বুলি ভাবিবৰ কি কাৰণ আছে? যদি হয়, ৰামচৰণ ঠাকুৰৰ পুতেক দৈত্যাৰীয়ে আৰু এখন চৰিত লিখিলে কিয়?" আকৌ লিখিছে —"আপোনাৰ 'শঙ্কৰদেৱ-মাধৱদেৱ' পুথিৰ authority কি?" ইয়াৰোপৰি কাকতিৰ মনত উদয় হোৱা বৈষ্ণৱ ধৰ্ম আৰু শ্ৰীশঙ্কৰদেৱৰ অৱদান সম্পৰ্কীয় বহুতো প্ৰশ্নৰ মিমাংসা বিচাৰে। ( পত্ৰলেখা-পৃ. ২২১-২২৩ )

কাকতিদেৱৰ বেজবৰুৱালৈ দিয়া এই চিঠিখনৰ পৰা শঙ্কৰদেৱ-দামোদৰদেৱ আদিৰ বিষয়ে সমাজৰ কোনো কোনো ঠাইত প্ৰচাৰ হোৱা বহুতো কথাৰ ইংগিত পোৱা যায় আৰু প্ৰকৃত সত্য কোন বোৰ এই কথা কাকতিয়ে বেজবৰুৱাৰ পৰা

জানিব বিচাৰিছে। ইয়াত এফালে বেজবৰুৱাৰ প্ৰতি কাকতিৰ শ্ৰদ্ধা আৰু আনফালে কাকতিৰ অনুসন্ধিৎসু ভাব অৰ্থাৎ সঁচা মিছা চালি জাৰি চাই প্ৰকৃত সত্যক পোহৰলৈ অনাৰ আগ্ৰহ প্ৰকাশ পাইছে। ইয়াৰ ফলত গুৰুসকলৰ বিষয়ে সমাজত চলিব ধৰা কিছুমান ভুল ধাৰণাৰ পৰিসমাপ্তি ঘটোৱাত সহায়ক হৈছে।

১৮৪২ শকৰ জেঠমাহৰ পৰা ৰজনীকান্ত বৰদলৈৰ সম্পাদনাত ডিব্ৰুগড়ৰ পৰা 'অসম প্ৰদীপিকা' নামৰ এখন মাহেকীয়া আলোচনী প্ৰকাশ পাইছিল। 'প্ৰদীপিকা'ই যি বাটেৰে বাট বুলিছিল, সেই বাটত ভেটা দিবলৈ কাকতিয়ে উঠিপৰি লাগিছিল। কাকতিদেৱে ভৱানন্দ পাঠক নাম লৈ কিয় 'বিজুলী' প্ৰবন্ধবোৰ বাঁহীত প্ৰকাশ কৰিব লগা হ'ল এই বিষয়ে বেজবৰুৱালৈ চিঠি লেখি মতামত জনাইছিল।

'বাঁহী'ত গভীৰ অধ্যয়নপুষ্ট প্ৰবন্ধ লেখিবলৈ কাকতিক উৎসাহ যোগাই-ছিল। আনকি কাকতিয়ে বিতৰ্কমূলক প্ৰবন্ধ লেখিবলৈ লোৱাত বেজবৰুৱাই নিজে সকাহ পাইছিল। 'অসম প্ৰদীপিকা'ত ভৱানন্দ পাঠকৰূপী কাকতিয়ে বিতৰ্কমূলক প্ৰবন্ধ লেখিবলৈ ধৰিলে। তেতিয়া এই বিতৰ্কত বেজবৰুৱাই কাকতিক উৎসাহ যোগালে।

'প্ৰদীপিকা' কাকত খনত বৈষ্ণৱ ধৰ্মৰ অপব্যাখ্যা আৰু নিন্দাবাদৰ পয়োভৰ দেখি বেজবৰুৱাই ভালকৈ বুজাই 'প্ৰদীপিকা'ক এনে কামৰ পৰা বিৰত থাকিবলৈ কৈছিল। কিন্তু 'প্ৰদীপিকা'ই যুদ্ধং দেহি মনোভাব লোৱাত কাকতিয়ে প্ৰতি যুদ্ধত অৱতীৰ্ণ হ'ব লগা হ'ল। বেজবৰুৱাৰ অনুমোদনতে কাকতিয়ে "ভৱানন্দ পাঠক' ৰূপ লৈ 'বাঁহী'ত বিজুলী প্ৰবন্ধ লেখিলে। ১/১০/২০ তাৰিখে কাকতিয়ে বেজবৰুৱালৈ লেখিলে—"প্ৰদীপিকা কালি পালো। আমাৰ অনুমান মতেই আহিছে অৰ্থাৎ আপোনাৰ সমালোচনাৰ শেষ পৰ্যন্তই অপেক্ষা কৰিছিল। ইবাৰ শঙ্কৰদেৱ চৰিত আলোচনাত হাত দিছে। বোধকৰো দামোদৰ চৰিতো আলোচনা কৰিব। বেছিভাগ কথা গা-ঢাকিদিয়েই লেখিছে। তাত বাজেও আপোনাৰ Position অলপ দুৰ্বল কৰিবলৈ মহাপুৰুষীয়া-দামোদৰীয়া কামৰূপ-উপৰ অসমীয়া ভাষাৰ বিৰোধ সৃষ্টি কৰা বুলি কিছুমান দোষাৰোপ কৰিছে। এই দুটি প্ৰশ্নৰ উত্তৰ মই দিম আৰু দুটিমান কথাৰ, যেনে আহোম ৰাজসভাত ব্ৰাহ্মণ্যৰ আধিপত্য আৰু হৰি জোৱাইৰ মৃত্যুৰ লগত সেই আধিপত্যৰ সম্ভাব্য সম্বন্ধ। কোচ ৰাজসভাত ভূঞাসকলৰ

আধিপত্য আছিল। কিন্তু শিৱবংশী বুলি 'যোগিনীতন্ত্র' পুথিত পর্যন্ত কোচ ৰজাক বামুনসকলে স্তুতি কৰিছিল সেইবোৰৰ উল্লেখ নাই। এইবোৰ আৰু general observations কিছুমান টোকা আকাৰত 'বিজুলী' বুলি heading দি ২/৪ দিনতে পঠাম। ইবাৰ কিন্তু pseudonym এটিহে ল'ম। যদিও disguiseঅত নৈতিক দুৰ্বলতাহে দেখুৱা হয়, তথাপি কৰিব লগাত পৰিছোঁ।" (পত্ৰলেখা)

কাকতিয়ে 'বাঁহী'ত 'বিজুলী' প্ৰবন্ধ লেখাৰ এয়ে গুৰিৰ কথা। ইয়াত বেজবৰুৱাৰ অনুমোদন, সহায় আৰু আশীৰ্বাদ আছিল। 'বিজুলী' প্ৰবন্ধই 'প্ৰদীপিকা'ক নিৰ্মূল কৰাই নহয়, অসমৰ ধৰ্মীয় সমাজত চলিব ধৰা বহুতো বিতৰ্কবো সামৰণি পেলালে।

১৯২৭ চনত বেজবৰুৱাৰ বয়স ৫২ বছৰ আৰু কাকতিৰ বয়স ২৬ বছৰ। বেজবৰুৱাতকৈ কাকতি বয়সত ২৬ বছৰ সৰু যদিও কাকতিৰ পাণ্ডিত্য আৰু একাগ্ৰতা গুণত মোহিত হৈ বেজবৰুৱাই কাকতিক গুৰুত্বপূৰ্ণ প্ৰবন্ধ লেখাৰ ভাৰ দিছিল। ইয়ুৰোপৰ বেজবৰুৱাই আৰম্ভ কৰা পুৰণি অসমীয়া সাহিত্যৰ আলোচনাৰ আঁত ধৰিয়েই কাকতিয়ে পুৰণি অসমীয়া সাহিত্য আৰু বৈষ্ণৱ ধৰ্মৰ আলোচনাত মন সুমতি লাগিছিল। বেজবৰুৱাই জাতীয় ভাবত উদ্বুদ্ধ হৈ শ্ৰীশংকৰদেৱ-মাধৱদেৱৰ জীৱনী, তেওঁলোকৰ ধৰ্ম আৰু সাহিত্যৰ আলোচনাৰ বাট মুকলি কৰিছিল, কাকতিয়ে একে আদৰ্শেৰে বৈজ্ঞানিক দৃষ্টিভংগীৰে সাহিত্যৰ আধুনিক সমালোচনাৰ বাট মুকলি কৰিছিল। ইয়াতো আছিল বেজবৰুৱাৰ দিহা-পৰামৰ্শ। বাণীকান্ত কাকতিয়ে অসমৰ ধৰ্ম আৰু সাহিত্যৰ বিষয়ে লেখিবলৈ হাতত কলম তুলি লোৱাৰ আগলৈকে বেজবৰুৱাই আছিল এই বিষয়ত authority। বেজবৰুৱাই চৰিতপুথিৰ ওপৰত মূলতঃ নিৰ্ভৰ কৰি গুৰু-দুজনাৰ জীৱনী লেখিছিল আৰু বিশাল ভাৰতীয় শাস্ত্ৰ অধ্যয়ন কৰি তেৰাসৱৰ ধৰ্মমত আৰু সাহিত্যৰাজিৰ গুৰুত্বপূৰ্ণ আলোচনাৰ পাতনি মেলিছিল। কিন্তু বাণীকান্ত কাকতিয়ে চৰিত পুথি, সমসাময়িক কালৰ বুৰঞ্জী আৰু শ্ৰীশংকৰ-মাধৱ আৰু কন্দলিসকলৰ সমগ্ৰ ৰচনা বাজি গভীৰ ভাবে অধ্যয়ন কৰাৰ লগতে দেশ-বিদেশৰ নানা পুথি-পাঁজিৰ লগত বিজাই তুলনামূলক আলোচনা কৰিছিল। সেয়েই কাকতিৰ ৰচনাসমূহ যুক্তিপূৰ্ণ আৰু উদাৰ দৃষ্টিভংগীৰ।

ইয়াৰোপীৰ কুঁহিয়াৰৰ পৰা ৰস চেঁপি উলিওৱাৰ দৰে কাকতিয়ে আমাৰ লেখক-সকলৰ ৰচনা ৰাজিৰ পৰা সাহিত্যৰ ৰস-গুণ খিনি পোহৰলৈ আনিছিল।

কাকতিয়ে 'বাঁহী'ত 'বিজুলী' প্ৰবন্ধ লেখোতে বেজবৰুৱাৰ লগত কেনে ভাবৰ আদান-প্ৰদান কৰিছিল সেই বিষয়ে চোৱা যাওঁক।

৫/১০/২০ তাৰিখে কাকতিয়ে বেজবৰুৱালৈ লিখিলে "...আপুনি অনুমতি দিলে এই 'বিজুলী' series টো কিছুমান দিনলৈ continue কৰিম।"

"মই ইচ্ছাকৈয়ে তৰ্কত wider range লৈছো। ববদলৈ দেউৰ শাস্ত্ৰীয় hand to hand অত মোৰতো টিকিবৰ উপায় নাই। সেইটো আপোনালৈ থাকিল। ইয়াৰ পিছৰ articleবোৰত Budhist influence upon modern Hinduism & the history of many Brahminic Gods like সত্যপীৰ বা সত্যনাৰায়ণ। আপুনি চাব যাতে কোনো ৰকমে আইনৰ libel নহয়। যিবোৰ কথাত আপোনাৰ সম্মতি নাই সি বোৰত Popinion reserved বুলি দিব। আপোনালৈ এই বোৰ লিখা-মোৰ বাবে ধৃষ্টতা মাথোন।"

কাকতিয়ে বেজবৰুৱালৈ লেখা এই চিঠিবোৰত 'বিজুলী' প্ৰবন্ধ লেখাৰ অন্তৰালত যি বোৰ কথা জড়িত হৈ আছে সেই বোৰৰ উমান পোৱা যায়; লগতে এই চিঠিৰ কথাৰ মাজত সেই সময়ৰ অসমৰ ধৰ্মীয় অৱস্থানৰ বিষয়েও বহু কথা প্ৰকাশ পাইছে।

চিঠি সমূহত প্ৰকাশ পোৱা কেইটামান কথাৰ চমু উল্লেখ কৰা হ'ল।— 'প্ৰদীপিকা'ক নিবন্ধ কৰিবলৈ লেখা 'বিজুলী'ৰ তৃতীয় প্ৰস্তাৱ (প্ৰবন্ধ)ৰ বিষয়ে কাকতিয়ে বেজবৰুৱাক জনাইছে আৰু তেওঁৰ পৰা মতামত জানিব বিচাৰিছে "ব্ৰহ্মবিদ্যা বা উপনিষদ যে আদিতে ক্ষত্ৰিয়ৰ দ্বাৰা প্ৰকাশিত সেইটো উপনিষদ-বোৰৰ ভিতৰত থকা কথাবোৰ উলিয়াই সংগ্ৰহ কৰি প্ৰবন্ধ এটি কৰিছো আৰু ৰাম যে মূলে কৃষ্ণ চৰিতৰ অংশভূত নহয়, তাৰো নতুন প্ৰমাণ এটি দিছো। ৰামানুজ-চৰিতৰপৰা আকৌ নতুন বস্তু ওলাব লাগিছে। যদি শঙ্কৰদেৱৰ 'দাস্য ভক্তি'ৰ কিবা historical precedent আছে, মোৰ ধাৰণা হয়, সেইটো Ramanuja System, কিয়নো ৰামানুজে 'দাস্য ভক্তি'ত ইয়াৰ Last development অলৈ নিয়া যেন লাগে।" (২৮/১১/২০ তাৰিখৰ চিঠি)

ববদলৈৰ দলে শ্ৰীশঙ্কৰদেৱক 'শূদ্ৰ' বা 'অমালী' বুলি কোৱা কথা কাকতিয়ে

সহজতে হজম কৰিব পৰা নাই। 'বিজুলী'ত ইয়াৰ চোকা প্ৰত্যুত্তৰ দিছে। বেজবৰুৱালৈ লেখা চিঠিত কৈছে—"ৰামানুজৰ System অৰ লগত অসমৰ বহুত Principle মিলে। ৰামানুজৰো 'এক দেব, এক সেৱ'। এনে কি এঠাইত শিৱ-মূৰ্ত্তি হঠাৎ দেখি তেওঁ এদিন লঘোনে কটাইছে। তেওঁৰো নাৰায়ণৰ লগত চিৰ-সম্বন্ধ 'কৈংকৰ্য'। শংকৰদেৱক 'শূদ্ৰ' বুলি, 'অমালী বুলি গালি পৰা সহজ ( তেওঁলোকৰ পক্ষে ), ৰামানুজক কি কয় দেখিব লগীয়া কথা হ'ব।"

( ৮/১২/২০ তাৰিখৰ চিঠি )

'বাঁহী'-'প্ৰদীপিকা'ৰ যুদ্ধখনত বেজবৰুৱা আৰু বৰদলৈদেৱে গা দেখা দি পৰম বিক্ৰম দেখুৱাইছিল আৰু কাকতিয়ে গা ঢাকি বেজবৰুৱাৰ পাছত ঠিয় হৈ বৰদলৈও দেখুৱা যুদ্ধৰ ভাওঁ চাই বং পাইছিল আৰু মাজে মাজে বজ্ৰশেল নিক্ষেপ কৰি প্ৰতিপক্ষক থকা-সৰকা কৰিছিল। কাকতিয়ে বেজবৰুৱালৈ লেখিছে —"দামোদৰদেৱৰ পুথি-পুজোৰ বিষয়ত যি কথা তুলি দিয়া পৰিছে ইয়াৰ পাছত বৰদলৈয়ে যদি আপোনালৈ আকৌ লেখে, সেইটো বৰ ৰহস্যৰ কথা হ'ব যেন ভাবিছো। আপুনি কোবাৰদৰে 'ভাসমান' বৰদলৈৰ কক্‌বকনি বৰ interesting।"

( ২৩. ৭. ২২ চনত কাকতিয়ে দিয়া চিঠি )

কাকতিয়ে বেজবৰুৱাৰ লগত ধৰ্মৰ বিষয়ে আলোচনা কৰি বিবিধ তথ্য-পাতিৰ আদান-প্ৰদান কৰিছিল। তেতিয়া দুয়ো দুয়োৰো পৰিপূৰক হৈ পৰিছিল। "ৰূপ সনাতনৰ প্ৰচাৰিত ধৰ্ম চৈতন্যদেৱৰ প্ৰচাৰিত ধৰ্মৰ লগত বোধকৰো ভালেমান নিমিলে। আপোনাৰ সুযোগ অনুসাৰে সোনকালে ( বাঁহীত ) লেখে যদি ভাল হয়।"

( ১৮. ১. ২৩ তাৰিখৰ চিঠি )

বাণীকান্ত কাকতিয়ে শ্ৰীশঙ্কৰদেৱৰ বিষয়ে ইংৰাজী ভাষাত পুথি এখনি লিখিছিল। Indian Reviewত ১৯২৩ চনত এপ্ৰিল আৰু মে সংখ্যাত প্ৰকাশ পাইছিল। এই খনকে নটেশন কোম্পানীয়ে কিতাপ আকাৰত প্ৰকাশ কৰিছিল। এই বোৰ কথা 'এটা বাজে কামত' লাগি থকা বুলি কাকতিয়ে বেজবৰুৱাক চিঠিৰে জনাইছিল। লগতে কাকতিয়ে লিখিছিল—"কামৰূপ অনুসন্ধান সমিতিত থকা দ্বিজ ৰামানন্দৰ গুৰু চৰিত শঙ্কৰ-মাধৱ আৰু গোপালদেৱৰ Group painting এখন আছে। তাৰপৰা ফটো লোৱাই Natesan-অৰ পুথিৰ ওপৰ পাতত block ছবি দিয়াবলৈ এখন ছবি পঠাই দিছো। আপোনালৈ এখন ছবি

পঠালো। শ্ৰীযুত অবনীন্দ্ৰনাথ ঠাকুৰে review কৰা পুৰণি Indian Painting অৱ ধৰণ থকা যেন লাগে। শ্ৰীযুত হেম গোসাঁয়ে কিন্তু ছবিখন একেবাৰে ফচুৱি বুলি কয়। তেওঁৰ লগত মোৰ মত নিমিলে। আপুনিও চাব। যদি গুণ থকা যেন পায় চিত্ৰকৰ ঠাকুৰক refer কৰিবপৰা যায়।"

এই চিঠিতেই কাকতিয়ে সেইসময়ত কামৰূপত ঘটা এটি সামাজিক ঘটনাৰ বিষয়েও বেজবৰুৱাক অৱগত কৰায়। ইয়াত কাকতিৰ মতামত প্ৰকাশ পাইছে। "কামৰূপ জিলাৰ নলবাৰী অঞ্চলত বামুন আৰু কলিতাসকলৰ মাজত মতানৈক্য ঘটে। কিছুমান কলিতাই নিজকে ক্ষত্ৰিয় বুলি কৈ লগুন পিন্ধি ১২ দিনীয়া অশৌচ পালন কৰিছে: ইত্যাদি। (১২।৬।২৩ তাৰিখৰ চিঠি) আন এখন ১১।১।২৪ তাৰিখে লেখা চিঠিত কাকতিয়ে বেজবৰুৱাক বৰপেটাত মহাপুৰুষ ধৰ্ম-সংঘৰ প্ৰথম অধিবেশন পতা সম্পৰ্কে খবৰ দিয়ে। "আপুনি বৰপেটাৰ পৰা চিঠি পাব পায়। অহা মাঘ মাহত বৰপেটাত 'মহাপুৰুষ ধৰ্ম-সংঘ' প্ৰথম অধিবেশন পাতিবৰ যো-জা কৰিব। আপুনি আহিব পাৰিলে বৰ আনন্দৰ কথা হ'লহেতেন। কিন্তু আপুনি কমতে যেনে ব্যস্ত আপোনাৰ উপস্থিতি আশা কৰা টান। যদি আহিব নোৱাৰে তেনেহ'লে বিশেষ পৰামৰ্শ আৰু যুক্তি দিব। আমাৰ ভিতৰত ধৰ্ম আৰু সমাজ আদি বিষয়ত দূৰদৰ্শী মানুহ কম। সেই কাৰণে কেনেকৈ কি কৰিলে ভাল, সকলো কথা বহলাই লিখিব।"

কাকতিয়ে বৰপেটাৰ পৰা উদ্ধাৰ কৰা কথাগুৰু চৰিত খনৰ কথাও উল্লেখ কৰিছে।

"সম্প্ৰতি বৰপেটাৰ পৰা শ্ৰীশংকৰদেৱ আৰু তেওঁৰ অনুবৰ্তী সকলৰ এখন গদ্য চৰিত পাইছোঁ। পুথিখন সাঁচিপতীয়া আৰু ১৫০টা পাত আছে। পুথি-খনত সকলো কথাৰ detailed বিৱৰণ আছে। তাৰ ভালেমান কথা আপোনাৰ 'শংকৰদেৱ আৰু মাধৱদেৱ' পুথিখনৰ লগত মিলে আৰু আনবোৰো পদ্য চৰিতবোৰৰ এখন নহয় এখনৰ লগত মিলে। পুথিখন উজনি অঞ্চলত ৰচিত। লেখকৰ নাম নাই। ভাষা বৰ মনমোহা। মই আধাখিনি মান পঢ়িছোঁ। নকল কৰাই এখন copy ৰাখো বুলি ভাবিছোঁ।" এই চৰিতখনেই বিখ্যাত 'কথা গুৰু চৰিত'।

১৯২৯ চনত কলিকতাত বেজবৰুৱা সমিতিৰ সভাত কাকতিদেৱে বেজবৰুৱাৰ সাহিত্যিক কীৰ্তিৰ বিশ্লেষণাত্মক প্ৰবন্ধ পাঠ কৰে। ড° মহেশ্বৰ নেওগদেৱে

বেজবৰুৱাৰ বিষয়ে লেখা কাকতিৰ এই প্ৰবন্ধটো কাকতিৰ সমালোচনামূলক প্ৰবন্ধসমূহৰ ভিতৰত এটি উল্লেখযোগ্য অৱদান বুলি কৈছে।

( বা. ৰ. পৃঃ ১৫ )

এই প্ৰবন্ধটিৰ জৰিয়তে কাকতিয়ে বেজবৰুৱাৰ প্ৰতিভাৰ প্ৰকৃত মূল্যায়ন কৰাৰ লগতে বেজবৰুৱাই যে অসমৰ ভাষা সাহিত্যৰ বিকাশত আশাশুধীয়াকৈ লাগি থাকি অসমীয়া জাতিক পোহৰৰ বাট দেখুৱাইছে এই কথা প্ৰতিপন্ন কৰিছে। "প্ৰত্যেক জীৱন্ত জাতি আৰু সমাজৰো সংঘবদ্ধ জীৱনৰ চাৰিওফালে ভাৱমণ্ডল এটি থাকে আৰু এই ভাৱমণ্ডলৰ পৰিসৰেই সেই জাতি বা সমাজৰ মানসিক উন্নতিৰ ওখচাপৰ অৱস্থা নিৰ্দেশ কৰিছে। এই ভাৱমণ্ডলেই প্ৰত্যেক ব্যক্তিকেই সমাজ বা জাতিৰ লগত একাত্মবোধ বা একত্ব অনুভূতিত সুবিধা আৰু প্ৰেৰণা দিয়ে।"

"জাতীয় সাহিত্য এই ভাৱমণ্ডলৰ প্ৰত্যক্ষ স্বৰূপ, জাতীয় সাহিত্যই যি পৰিমাণে বিকাশ লাভ কৰে, সেই পৰিমাণে আমি ব্যক্তি হিচাপে আৰু সমাজ বা জাতি হিচাপে জীৱনৰ গুৰুত্ব অনুভৱ কৰোঁ। সেই পৰিমাণে সংঘবদ্ধ জীৱনৰ সোৱাদ পাওঁ, সেই পৰিমাণে উমৈহতীয়া ভাৱৰাশিত বৰ্তি থকা বুলি সাধাৰণ উদ্দেশ্য আৰু সাধাৰণ প্ৰেৰণাৰ দ্বাৰা অনুপ্ৰাণিত হওঁ, জাতীয় জীৱন বিকাশত যি সকলে সহায় কৰি আহিছে, সেইসকলক বেলেগ বেলেগ যুগৰ আদৰ্শ অনুসাৰে ঋষি, কবি, দাৰ্শনিক, সাহিত্যিক আদি বিশেষণেৰে বিভূষিত কৰি লোকসমাজে চিৰকলীয়া শ্ৰদ্ধা দেখুৱাই আহিছে।" ( বা. ৰ. পৃঃ ২৭০ ) এই কথাখিনি কাকতিয়ে বেজবৰুৱাই জাতীয় জীৱনলৈ আগবঢ়োৱা সেৱাৰ প্ৰসঙ্গত উল্লেখ কৰিছে। "শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই পোৱা শতাব্দতকৈ বহুত বেছিকাল নিঃস্বাৰ্থ ভাৱে অসমীয়া সাহিত্য সেৱাত লাগি আছে। অসমৰ বুঢ়া, ডেকা, ল'ৰা সকলোকে তেওঁ হহুৱাইছে, সকলোকে আনন্দ দিছে। কৰ্ম-পীড়িত জীৱনত অন্ততঃ এবাৰ অকপট হাঁহি এটিৰ সুবিধা দিয়াৰ কাৰণেও সকলোৰে তেওঁৰ ওচৰত ধৰুৱা।"

'বেজবৰুৱা পৰিষদ'ৰ সভাত দিয়া এই ভাষণত কাকতিয়ে বেজবৰুৱাৰ সাহিত্যৰ লক্ষণ আৰু অসমীয়া ভাষা সাহিত্যত তেওঁৰ স্থান আৰু জাতীয় ভাৱমণ্ডলত তেওঁৰ কি দান এই বিষয়ে সাৰুৱা ব্যাখ্যা দাঙি ধৰিছে। কাকতিৰ দৃষ্টিত বেজবৰুৱা—যোৱা শতিকাৰ শেষভাগত যি সকলে জোনাকী কাকতৰ জৰিয়তে

জাতীয় চৈতন্য উদ্বোধনৰ চেষ্টা কৰিছিল, তাৰ ভিতৰত বেজবৰুৱা অন্যতম। জোনাকীয়ে অসমীয়া সাহিত্যৰ পুষ্টি সাধন কৰিছিল কিন্তু "জোনাকীৰ অন্তৰ্নিহিত আদৰ্শ বেজবৰুৱা সাহিত্যত বাজে আন কাৰো সাহিত্যত ফটফটীয়াকৈ ফুটি ওলাব পৰা নাই।" জাতীয় চেতনাৰ পোহৰে বেজবৰুৱাকো প্ৰভাৱান্বিত কৰিছিল আৰু বেজবৰুৱাৰ সাহিত্যতো সেই প্ৰভাৱেই প্ৰতিবিম্ব পৰিছিল।

কাৰ্কতিয়ে ঠিকেই লক্ষ্য কৰিছে যে, বেজবৰুৱাই ওৰেটো জীৱন অসমৰ বাহিৰত কটাইছে। বৈবাহিক সূত্ৰেও বাহিৰতে বান্ধ খাইছে। বিদেশীৰ চাল-চলনৰ মাজতেই দিন অতিবাহিত কৰিছে; কিন্তু বেজবৰুৱাৰ মন সদায় অসমতে আছে। তেওঁ অসমৰ বাহিৰত থাকিও নিভাজ অসমীয়া। "এই সুগভীৰ স্বদেশানুৰাগ, স্বদেশপ্ৰীতি বেজবৰুৱাৰ সাহিত্যৰ প্ৰত্যেকটো শব্দৰ ভিতৰেদি প্ৰকাশ পাইছে।" "অসমীয়া জীৱনৰ বাস্তৱিক আৰু সম্ভাব্য সকলো চিত্ৰই তেওঁৰ লিখনীত মূৰ্ত্তিমন্ত হৈ উঠিছে।" "আনহাতে অসমৰ গৌৰৱত কেনেবাকৈ বিদেশীয়ে ভুলে চুকেও হাত দিলে....ঢাল তৰোৱাল লৈ কদ্ৰমূৰ্তি ধাৰণ কৰে।" ১৯০৯ চনত গৌৰীপুৰত পদ্মনাথ বিদ্যাবিনোদৰ সভাপতিত্বত বঙ্গীয় সাহিত্য পৰিষদ বহিছিল। তাত অসমীয়া ভাষা বঙালীৰ বিকৃত ভাওৰণ বুলি 'অসম বিজয় পতাকা' উৰুৱাবলৈ চেষ্টা কৰিছিল। তেতিয়া বেজবৰুৱাই নতুনকৈ ওলোৱা 'বাঁহী'ত 'অসমীয়া গৌৰীপুৰত বঙালী পৰিষদ' বুলি এলানি কঠোৰ ভাষাৰে প্ৰবন্ধ লেখিছিল। তেতিয়া কাৰ্কতি হাইস্কুলৰ ছাত্ৰ, এইবোৰ পঢ়ি তেওঁ বৰ আমোদ পাইছিল। তাৰ পাছত কামাখ্যাত এবাৰ বঙ্গীয় সাহিত্যৰ সভা বহিছিল। "কিন্তু তাৰ পিছতে আৰু অসমৰ পৰা ইয়াৰ তিৰোধান।" গোৱালপাৰাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰী 'আবাহন' উলিওৱাৰ লগে লগে "প্ৰবাসীৰ অসম বিজয় চেষ্টাৰ ওৰ পৰিল।" আৰু "বেজবৰুৱাৰ ইমান কাল ব্যাপী চেষ্টা ফলৱতী হ'ল।"

প্ৰবাসীয়ে ভাষাৰ ফালৰপৰা নোৱাৰি এইবাৰ ধৰ্মৰ ফালৰপৰা ছিদ্ৰ বিচাৰিবলৈ ধৰিলে—"অসমৰ বৈষ্ণৱ ধৰ্ম বঙ্গদেশী চৈতন্যদেৱৰ বৈষ্ণৱ মতৰেই এটা নিজ ভাৱৰ উদ্‌গীৰণ, শঙ্কৰদেৱ চৈতন্যদেৱৰ শিষ্য, নহ'লেও অদ্বৈতাচাৰ্যৰ শিষ্য হ'বই লাগিব, যদিও বা শঙ্কৰদেৱ নহয়, দামোদৰদেৱ চৈতন্যদেৱৰ শিষ্য হ'বই লাগিব" ইত্যাদি। বেজবৰুৱা আকৌ উঠিপৰি লাগিল। "অসমৰ জাতীয় সাধনা, নীতি

যে লোকৰ এৰা-পৰা ভাবৰ উদ্‌গীৰণ নহয়, অসমৰ জাতীয় জীৱনৰ লগত খাপখোৱা আৰু লোকৰ সামাজিক নীতিতকৈ যে আমাৰ সামাজিক নীতি উন্নত নহ'লেও হীন নহয়, এইবোৰ নানান যুক্তি, নানান তৰ্ক, নানান শাস্ত্ৰ আলোচনাৰে তেওঁ প্ৰতিপন্ন কৰিলে।" ডিব্ৰুগড়ৰ পৰা ওলোৱা 'অসম প্ৰদীপিকা' বোলা আলোচনীখন বন্ধ হোৱাত "অসমীয়া সমাজ আৰু ধৰ্মনীতিৰ ওপৰত প্ৰবাসীৰ গুপ্ত আক্ৰমণ" শেষ হ'ল। বেজবৰুৱাৰ সাহিত্য সংকীৰ্ণ দোষত দোষী নহয়—"ই জাগ্ৰত স্বদেশানুৰাগৰ জ্বলন্ত চানেকি।"

কাকতিয়ে বেজবৰুৱাৰ এটি ডাঙৰ দানৰ কথা কৈছে—সেইটো হ'ল তেওঁৰ ভাষা। "জাতীয় ভাষা নহ'লে জাতীয় সাহিত্যৰ পুষ্টি নহয়। বৰ্তমান অসমীয়া সাহিত্যত বেজবৰুৱাৰ ৰচনাৱলীত বাজে প্ৰকৃত সাহিত্যিক ৰচনা ৰীতি ( Literary style ) আন ঠাইত অতি বিৰল।" "অসমত নিজক বাদ নিদিয়াকৈ সকলো উৎসাহী অসমীয়া লেখকে ক'ব খোজোঁ বেজবৰুৱাৰ ৰচনা পদ্ধতিৰ প্ৰতি বিশেষ মন নিদিয়াকৈ অসমীয়া লেখিবলৈ যোৱাটো ভাষাৰ প্ৰতি অবিচাৰ কৰা।" কাকতিয়ে বেজবৰুৱাৰ বিষয়ে কোৱা এই কথাষাৰ আজিও মূল্যবান।

কাকতিদেৱে বেজবৰুৱাৰ তৃতীয় দানৰ কথা কৈছে—সেয়া হ'ল—"অসমীয়া সাহিত্যত হাস্যৰসৰ অৱতাৰণা।" "জাগ্ৰত স্বদেশানুৰাগ, অপূৰ্ব ৰচনা পদ্ধতি আৰু প্ৰকৃত হাস্যৰস—এই তিনিটা উপাদান লৈ বেজবৰুৱাৰ প্ৰতিভাই সাহিত্যৰ সকলো বিভাগতেই বিকাশ লাভ কৰিছে।"

কাকতিদেৱৰ এই ভাষণটোৰে বেজবৰুৱাৰ প্ৰতিভাৰ প্ৰকৃত মূল্যায়ন কৰাৰ লগতে, বেজবৰুৱাৰ প্ৰতি কাকতিৰ শ্ৰদ্ধা আৰু প্ৰীতি প্ৰকাশ পাইছে। অসমীয়া সাংস্কৃতিক জীৱনত ঘটা অথন্তৰবোৰ বেজবৰুৱাই অকলে কান্ধ পাতি লৈ, তাৰ বিৰুদ্ধে তেজাল ঘোঁৰাৰ দৰে জঁপিয়াই পৰিছিল। আচলতে কাকতিদেৱেও বেজবৰুৱাৰ জাতীয় ভাবৰ দ্বাৰা উদ্বুদ্ধ হৈছে আৰু বেজবৰুৱাৰ আধৰুৱা কামবোৰ সম্পূৰ্ণ কৰি অসমীয়া জাতিক সবল সুঠাম কৰিবলৈ অহোপুৰুষাৰ্থ চেষ্টা কৰিছে।

১৯৩৫ চনত বাণীকান্ত কাকতিয়ে Assamese—Its formation and development' নামৰ গৱেষণা গ্ৰন্থ লেখি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট উপাধি লাভ কৰে। কাকতিৰ এই কৃতকাৰ্যতাত আনন্দ প্ৰকাশ কৰি বেজবৰুৱাই

কাকতিক চিঠিৰে সম্বৰ্ধনা জনায়। তেতিয়া ড' কাকতিয়ে বেজবৰুৱালৈ ১৬।৮।৩৫ তাৰিখে চিঠি লেখে ঃ

"শ্ৰদ্ধাস্পদেষু,

আপোনাৰ মৰমৰ চিঠি পালো। মোৰ কাম আপোনাৰ 'পদাঙ্ক' অনুসৰণত বাজে আন একো নহয়। আপুনিয়েই পহিলে অসমীয়া ভাষাৰ অস্তিত্বলৈ আগবঢ়াবা হৈ যুঁজ কৰে। আপোনাৰ তেজেৰে অনুপ্ৰাণিত হৈ অসমীয়া ভাষা সম্পৰ্কে এইখিনি আলোচনা কৰা হ'ল।

যদি ঈশ্বৰে গা-মন ভালে ৰাখে আপোনাৰ আন এটি অন্তৰৰ কথা আলোচনা কৰি থুপ কৰি থ'বৰ মন আছে। শঙ্কৰদেৱ আৰু অসমীয়া বৈষ্ণৱ আন্দোলনৰ ইতিহাস। আশীৰ্বাদ কৰিব যেন সুকলমে কৰিব পাৰোঁ।

আমাক বাট দেখুৱাই সাহ-পিত দিবলৈ ঈশ্বৰে নিৰ্বিঘেন আপোনাক দীৰ্ঘজীৱী কৰি ৰাখোক, এয়ে কামনা।"

গুণীয়ে মোল বুজে। বৈষ্ণৱ ধৰ্ম সম্পৰ্কে বেজবৰুৱাৰ যেনে বিশাল অধ্যয়ন, তেনেদৰে ড' কাকতিৰো বৈষ্ণৱ ধৰ্ম সম্পৰ্কে গভীৰ পাণ্ডিত্য। বেজবৰুৱাৰ বৈষ্ণৱ ধৰ্ম সম্পৰ্কীয় বক্তৃতাসমূহৰ ভূয়সী প্ৰশংসা কৰিছে কাকতিয়ে। বেজবৰুৱালৈ লেখা ১৩।২।৩৪ তাৰিখৰ চিঠিত কৈছে—"It is so beautiful and penetrating in its simplicity—ক'তো অনৰ্থক কথাৰ আৰম্বৰ নাই, ক'তো ভাবৰ ছয়াঁ ময়া খেলি মেলি নাই, সকলো যেন আত্মাৰ অনুভূতিৰপৰা ওলাইছে —বাইবেলৰ সৰল আৰু গূঢ় কথাৰ দৰে।"

ড০ বাণীকান্ত কাকতিৰ প্ৰতি বেজবৰুৱাৰ মৰম আৰু শ্ৰদ্ধা কিমান গভীৰ আছিল সেই কথা তলত আলোচনা কৰা কথাৰ পৰা বুজিব পৰা যায়।

১৯২৪ চনত অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনত লক্ষ্মীনাথ বেজবৰুৱাই সভাপতিত্ব কৰিছিল। তেওঁৰ সভাপতিৰ ভাষণখন অমূল্য সম্পদ। ১৯৩৬ চনৰ অসম সাহিত্য সভাৰ তেজপুৰ অধিবেশনত সভাপতিত্ব কৰিবলৈ বেজবৰুৱাক পুনৰ অনুৰোধ কৰা হয়। ১৫।১১।৩৫ ইং তাৰিখে সভাৰ প্ৰধান সম্পাদক চন্দ্ৰধৰ বৰুৱাই বেজবৰুৱালৈ চিঠি লেখে—"আপুনি সাহিত্যৰ বিষয়ে প্ৰধান গুৰিয়াল। এই সংকটৰ সময়ত আপুনি আমাক এইবেৰা সহায় নকৰিলে আমি অতি বিপাঙত পৰিব লাগিব।" এই চিঠি পোৱাৰ আগতেই বেজবৰুৱাই

ডিচেম্বৰ মাহৰ ৫ তাৰিখে বৰোদালৈ গ'ল। বেজবৰুৱাই দৈনিক 'বাতৰি'লৈ এখন চিঠি পঠালে তেওঁ আহিব নোৱাৰাৰ কাৰণ জনাই। লগতে এগৰাকী উপযুক্ত লোকক সভাপতি নিৰ্বাচন কৰিবলৈ বেজবৰুৱাই নিজৰ মতামত আগবঢ়ায়। "এই বাৰৰ সাহিত্য-সভাৰ সভাপতিৰ আসন শুৱাই ধৰা অসমীয়া সাহিত্যিক ডেকা পণ্ডিত—যাৰ নাম আৰু গুণ-গৰিমাৰ কথা সকলোৱে জানিছে—এজন হাতৰ কাষতে আছে। নামটো নক'লেও হয় যে তেওঁ অসমৰ সকলোৰে শ্ৰদ্ধা-ভাজন পণ্ডিতাগ্ৰগণ্য ডাক্তৰ বাণীকান্ত কাকতী। তেওঁ অসমীয়া ভাষাতত্ত্বৰ ক্ষেত্ৰত যি মহাদানৰ কঠীয়া পাৰিলে, তাৰ বাবে কৃতজ্ঞতা প্ৰকাশ অকল খনচেৰেক সৰুসুৰা সভাত কৰিলেই নহয়—অসম সাহিত্য সভাৰ শ্ৰেষ্ঠ আসনত তেওঁক তপতে তপতে বহুৱাই দিলেহে সম্পূৰ্ণৰূপে সেই কাৰ্য কৰা হ'ব। তেওঁ মোৰ অতি স্নেহ ভাজন। সেই স্নেহ অকৃত্ৰিম আৰু আজিৰ নহয়। আশা কৰোঁ তেওঁক গোটেই অসমে এক বাক্যেৰে এই বাৰ সাহিত্য সভাৰ সভাপতিৰ পদত বৰণ কৰিব।" ( পত্ৰ লেখা—পৃঃ ৩৫৫-৫৬ )

এই কথাখিনিৰ পৰাই বেজবৰুৱাৰ কাকতিৰ প্ৰতি থকা মৰম আৰু স্নেহৰ কথা বুজিব পাৰি। বেজবৰুৱাৰ যুক্তি অখণ্ডনীয় আছিল, কিন্তু কাকতিক সভাপতি পতা নহ'ল। সেই বাৰটো নহ'লেই, আনকি কাকতি দেৱৰ দেহাৱসানৰ আগলৈকে যোল বছৰেও তেওঁক অসম সাহিত্য সভাৰ সভাপতি নাপাতিলে।

বেজবৰুৱাই বাণীকান্ত কাকতিক অকল স্নেহ কৰাই নহয়, শ্ৰদ্ধাও কৰিছিল। আনলৈ লেখা চিঠিপত্ৰত কাকতিৰ কথা উল্লেখ কৰিলে 'শ্ৰীযুত বাণী কাকতী' বুলি কৈছিল।

অসমৰ ভাষা-সাহিত্যৰ আকাশত বেজবৰুৱা আৰু বাণীকান্ত দুটি উজ্জ্বল নক্ষত্ৰ। তেওঁলোকৰ প্ৰতিভাৰ পোহৰ সদায় বিকিৰণ হৈ থাকিব।

# বাণীকান্ত কাকতি আৰু কবি চুৰবা

বাণীকান্ত কাকতিয়ে যেতিয়া কবিতাৰ সমালোচনা কৰে, তেতিয়া তেওঁৰ গভীৰ দৃষ্টি পৰে কবিৰ হৃদয়ত। কবিৰ কবিতা লেখাৰ অন্তৰালত কি উৎস লুকাই আছে তাৰ সন্ধান কৰে কাকতিয়ে। অম্বিকাগিৰীয়ে কবিতা ৰচনা কৰাৰ অন্তৰালত যে এগৰাকী নাৰীৰ ভূমিকা আছিল, সেই কথা প্ৰকাশ কৰিছে। ৰঘুনাথ চৌধাৰীৰ গভীৰ প্ৰকৃতি প্ৰীতিৰো উমান লৈছে। লাজুক কবি যতীন্দ্ৰনাথ দুৱৰাৰ কবিতা ৰচনাৰ অন্তৰালতো যে কিবা ৰহস্য আছে এই কথাৰ উমান যেন কাকতিয়ে পাইছিল, কিন্তু তাক সদৰি'নকৰিলে।

জোনাকী যুগৰ কবিসকলে ১৮৮৯ চনৰ পৰাই অসমীয়া সাহিত্য জগতলৈ ৰমন্যাসিক ভাবধাৰা বোৱাই আনিছিল আৰু এই ধাৰাৰ কবিতাই পূৰ্ণাঙ্গ ৰূপ ধাৰণ কৰিছিল কবি যতীন্দ্ৰনাথ দুৱৰাৰ হাতত। যতীন্দ্ৰনাথ দুৱৰা কোমল অনুভূতিৰ কবি। তেওঁ অত্যন্ত লাজুক স্বভাৱৰ আছিল। তেওঁ আপোন ভাবত মজি আছিল। তেওঁ কবিতা লেখে, কিন্তু তেওঁৰ কবিতাক পোহৰৰ বাটলৈ আনিবলৈ লাজ কৰে, কিজানিবা কোনোবাই কিবা কয়। কেতিয়াবা লিখা কবিতা ফালি পেলায়। লক্ষ্মীনাথ বেজবৰুৱাৰ উৎসাহ আৰু বাণীকান্ত কাকতিৰ সু-সমালোচনাই যতীন্দ্ৰনাথ দুৱৰাক অসমীয়া সাহিত্য জগতত এগৰাকী প্ৰসিদ্ধ কবি হিচাপে স্বীকৃতি দিলে। কবি দুৱৰায়ো উৎসাহিত হৈ লেখা কবিতা প্ৰকাশ কৰিবলৈ ধৰিলে।

কবি দুৱৰাৰ 'কথা কবিতা' পুথি আকাৰে প্ৰকাশ পায় ১৯২৯ চনত। ইয়াৰ আগতে ওমৰ খায়ামৰ ভাঙনি ওমৰ তীৰ্থ প্ৰকাশ পায়। কাকতিয়ে 'কথা কবিতা'ৰ পাতনি লেখি কৈছে—"'কথা-কবিতা' নোহোৱা নোপোজা কবিতাৰ পুথি। এনে ধৰণৰ গদ্যত লিখা কবিতাৰ পুথি জনাৰ ভিতৰত আন কোনো ভাৰতীয় ভাষাত নাই, ইংৰাজীতো বিৰল।" কাকতি দেৱৰ এই কথাষাৰে প্ৰমাণ কৰে যে যতীন্দ্ৰনাথ দুৱৰা ভাৰতীয় প্ৰথম 'কথা কবি'। কাকতিদেৱে দুৱৰাৰ কথা কবিতাৰ যি সুন্দৰ বিশ্লেষণ আগবঢ়াইছে তাৰ বিষয়ে দুই-এটি কথা উল্লেখ কৰা হ'ল।

ঊনৈশ শতিকাত ৰাচিয়াৰ বিখ্যাত সাহিত্যিক 'ইবান তুৰ্গেনিৰে' পোন প্ৰথমে

'Poems in Prose' বুলি এখন পুথি প্ৰকাশ কৰে। এইখন ইংৰাজীত অনুবাদ হৈ প্ৰচাৰ হয়। কাকতিয়ে কথা-কবিতাৰ লক্ষণ ব্যাখ্যা কৰি কৈছে যে দুৱৰাৰ কবিতাত কথা-কবিতাৰ সকলো উপাদান বিৰাজ কৰিছে।" "'কথা-কবিতা' দুৱৰা ডাঙৰীয়াৰ প্ৰায় কুৰি বছৰ কাল ব্যাপী নানান সময় আৰু নানান অৱস্থাৰ ম্যজোদি অনুভূতিৰ চিত্ৰৰ সমাবেশ, দুৱৰাৰ কবিতা সমূহ কোমল বুকু ভেদ কৰি ওলোৱা বাক্যিৰ নিজৰাৰ দৰে। দুই এটা কবিতাৰ মূল বিদেশী হ'লেও, সেই বোৰক বুকুৰ তপত তেজৰ উমনি দি সজীৱ কৰি তোলা হৈছে।"

কাকতিদেৱে অসমীয়া কাব্যজগতত দুৱৰাৰ স্থান সম্পৰ্কে কৈছে— "ঊনৈশ শতিকাৰ সাহিত্যৰ আদৰ্শেৰে গঠিত হোৱা সকলৰ ভিতৰত শ্ৰেষ্ঠ কবি শ্ৰীযুত ৰঘুনাথ চৌধাৰী আৰু কুৰি শতিকাৰ নানা বৰণীয়া ভাবৰ সমাবেশেৰে পুষ্ট হোৱা আদৰ্শৰ সহায়েৰে আমাৰ আগত দাঙি ধৰা সকলৰ ভিতৰত আদি শ্ৰেষ্ঠ কবি শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা।"

লক্ষ্মীনাথ বেজবৰুৱা দেৱেও ২২শ বছৰ ৬ষ্ঠ সংখ্যা (১৮৫৫ শক) 'বাঁহী'-ত কথা কবিতাৰ বিষয়ে লেখিছে। "দুৱৰাৰ গদ্যত লেখা কবিতাবোৰ যেনে ভাল, কাকতীৰ পাতনিখনো তেনে ভাল।" বেজবৰুৱাই কাকতিক সমৰ্থন কৰিছে। কিছুমান লেখকে বিদেশী সাহিত্যৰ আলমত বা অনুকৰণত অসমীয়া সাহিত্য ৰচনা কৰে। কিন্তু তেওঁলোকৰ ৰচনাত বিদেশী গোন্ধ থাকেই। কিন্তু দুৱৰা ব্যতিক্ৰম। কাকতিৰ কথা সমৰ্থন কৰি বেজবৰুৱাই কৈছে যতীন দুৱৰাই কিদৰে বিদেশী সাহিত্য হজম কৰিছিল। "আমিও পাতনি লেখকৰ কথাৰ সম্পূৰ্ণ সমৰ্থন কৰোঁ। উদাহৰণ স্বৰূপে "মোৰ শেষ পাঠ" কথা কবিতা বা গল্পটো বিখ্যাত ফেন্স লিখক মোপাছাঁৰ গল্প এটাৰ ভাঙনি বুলিলেই হয়। কিন্তু দুৱৰাৰ হাতত সি হাড়ে-হিমজুৱে অসমীয়া হৈ পৰিছে। আজি কালি নানা কাকতত ৰাশি ৰাশি গল্প পঢ়িবলৈ পাওঁ। তাৰ সৰহ ভাগৰ গাৰপৰা বিদেশী, ঘাইকৈ বঙালী গোন্ধ কোনপধ্যে নাযায়।" (বে. গ্ৰ. পৃ. ১৭৮৫)

ড° বাণীকান্ত কাকতিয়ে অসমৰ বিৰল প্ৰতিভাৰ অধিকাৰী ৰমন্যাসিক কবি ৰঘুনাথ চৌধাৰী, যতীন্দ্ৰনাথ দুৱৰা, অম্বিকাগিৰী ৰায়চৌধুৰী আদিৰ কাব্যৰ সমালোচনা আগবঢ়াইছিল। এই সমালোচনাই এই সকল কবিক আনন্দ দিছিল আৰু তেওঁলোকৰ প্ৰতিভাৰ প্ৰকৃত মূল্যায়ন হোৱাত আনন্দ প্ৰকাশ কৰিছিল।

ড° বাণীকান্ত কাকতিয়ে যতীন্দ্ৰনাথ দুৱৰাৰ 'কথা-কবিতা'ৰ আলোচনা প্ৰসঙ্গত কৈছে যে উনৈশ শতিকাৰ সাহিত্যৰ আদৰ্শেৰে গঠিত হোৱা কবিসকলৰ ভিতৰত ৰঘুনাথ চৌধাৰী শ্ৰেষ্ঠ কবি। ৰঘুনাথ চৌধাৰীয়ে জোনাকী আলোচনীৰ জৰিয়তেই কবিতা লেখিবলৈ লয়। তাৰ পাছত 'আলোচনী', 'বাঁহী' আদিত কবিতা প্ৰকাশ পায়। ১৯১০ চনতে তেওঁৰ 'সাদৰী' নামৰ কবিতা সংকলনখন প্ৰকাশ পায়। কাকতিদেৱে লক্ষ্য কৰিছে "সেই খণ্ড কবিতাৰ পুথি খনিত যি বোৰ কবিতা আটাইতকৈ সৰস সেই আটাইবোৰেই চৰাই জীৱন আৰু ফুল-ফুলনিলৈ লিখা। 'বহাগীৰ বিয়া', 'প্ৰিয় বিহঙ্গিনী', 'ভেটকলি', 'কেতেকী-চৰাই' আদি কবিতাবোৰৰ প্ৰত্যেকটোৱেই চৰাই আৰু উদ্ভিদ জগতৰ মনোৰম সাধুকথাৰ নিচিনা।" ( বা. ৰ. পৃ. ২৭৯ )

'সাদৰী' কবিতাসমূহক কাকতিয়ে দুটা ভাগত ভাগ কৰিছে। 'বহাগীৰ বিয়া', 'ভেটকলি', আদি কবিতাত মানব সংসৰ্গ বিষয় বিহীন প্ৰকৃতিৰ স্তুপীকৃত সৌন্দৰ্যৰ ধ্যান আৰু নিজৰ সৌন্দৰ্যত প্ৰকৃতি নিজৰেই আনন্দোৎসব এটি দেখা যায়।" ( বা. কা. ৰ. পৃ. ২৮০ )

'সাদৰী'ৰ কেতেকী চৰাই কবিতাত যেন 'জড় চেতন মনৰ জগতত বিপুল উন্মাদ জাগি উঠিছে'।

ৰঘুনাথ চৌধাৰীৰ 'কেতেকী'ৰ সমালোচনা লেখিছিল কাকতিয়ে ১৯১৯ চনত 'চেতনা'ত। কাকতিয়ে 'কেতেকী'ৰ সৌন্দৰ্য বিশ্লেষণ কৰি চৌধাৰীদেৱৰ কাব্য চেতনাক কাব্যৰসিক সমাজত প্ৰচাৰ কৰিছিল। কাকতিয়ে লক্ষ্য কৰিছে— "কেতেকী কবিৰ কোনো আকস্মিক ভাবৰপৰা ওলোৱা কবিতা নহয়।....চৰাই জীৱনৰ ৰহস্যময় সৌন্দৰ্যই ভালেমান দিনৰ পৰা কবিৰ মনত প্ৰশ্ন আৰু কৌতূহল হিচাপে ভুমুকি মাৰি আছিল।" ( বা. ৰ. পৃ. ২৯৪ )

কবিৰ মনত বাহ লৈ থকা প্ৰকৃতিৰ সৌন্দৰ্য ৰাশিয়ে পূৰ্ণ অৱয়বৰ ৰূপ লৈ কাব্যৰূপত প্ৰকাশ পাইছে। কাকতিয়ে কৈছে—"কবিজীৱনৰ বহুত দিন ব্যাপী সঞ্চিত ভাৱৰ ক্ৰমবিকাশ দেখুৱাব পৰা কবিতা চৌধাৰী ডাঙৰীয়াৰ চৰাই কবিতা-বোৰত বাজে অসমীয়া সাহিত্যত বিৰল।"—( বা. ৰ. পৃ. ২৯৫ )

ৰঘুনাথ চৌধাৰীৰ 'দহিকতৰা' নামৰ কাব্যপুথিখন প্ৰকাশ পায় ১৯৩১ চনত। বাণীকান্ত কাকতিদেৱে ইয়াৰ এটি সমালোচনা লেখি ৰঘুনাথ চৌধাৰীৰ কাব্যৰ ভূয়সী প্ৰশংসা কৰে।

চৌধাৰী দেৱৰ 'দহিকতৰা' নামৰ পুথিখনি প্ৰকাশৰ অন্তৰালত বাণীকান্ত কাকতি জড়িত হৈ আছে। ১৯২৯ চন মানত অসম ছাত্ৰ সম্মিলনৰ মুখপত্ৰ 'মিলন'ৰ সম্পাদক আছিল অতুল চন্দ্ৰ হাজৰিকা। ৰঘুনাথ চৌধাৰীয়ে 'মিলন দূত' নাম দি তাত এটি কবিতা প্ৰকাশ কৰে। এই বিষয়ে ৰঘুনাথ চৌধাৰীদেৱে লেখিছে—"'মিলন'ৰ সম্পাদক হাজৰিকা, তেওঁৰ লগৰীয়া শ্ৰীমান ঈশ্বৰ প্ৰসাদ চৌধুৰী, শ্ৰীমান শৰৎ কাকতি আদিয়ে আমাৰ ওচৰলৈ আহি জনালে বোলে কবিতাটো অধ্যাপক বাণীকান্ত কাকতিদেৱে বৰ ভাল পাইছে আৰু 'দহিকতৰা' নাম দি সেই কবিতাটো সুকীয়া পুথিৰ আকাৰত ছপাবলৈ তেওঁলোকক উপদেশ দিছে। সেই পুথিৰ বাবে হেনো কাকতিদেৱে এখনি পাতনি লিখি দিবলৈকে গাত লৈছে। এই কথা শুনি মই কলোঁ, বোলে এনে চুটি কবিতা এটাৰে নো কি এখন কিতাপ হ'ব আৰু সেই সৰু কিতাপখন মানুহে জানো ভাল পাব? তাৰ কেইদিনমান পাছত হাজৰিকা বাপাই জনালেহি বোলে কাকতিয়ে কৈছে—চৌধাৰীয়ে সেই বিষয়ে ভাবিব নালাগে। ভাল বস্তু হ'লে সৰু কিতাপৰো মূল্য আছে। পৃথিবীৰ বহুত কবিয়ে একোটা কবিতাৰেই বিখ্যাত কবি হ'ব পাৰিছে। তোমালোকে ইচ্ছা কৰিলে 'দহিকতৰা' কবিতাটোকে মুখ্য কৰি লৈ তাৰ পিছত চৌধাৰীৰ আলোচনীত ওলোৱা আন কেতবোৰ ওখ ভাবৰ কবিতা যোগ দি কিতাপখন ডাঙৰ কৰিব পাৰা—এই কথাত আপত্তি কৰিবৰ মোৰ কাৰণ নাথাকিল।"

"গুৱাহাটীৰ একতা সভাখন ছাত্ৰসকলৰ সেইকালত এখন জীৱন্ত অনুষ্ঠান আছিল। একতা সভাৰ সভ্যসকলে কিতাপখন প্ৰকাশ কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। শ্ৰীমান হাজৰিকাই 'আৱাহন', 'সাধনা', 'বাঁহী', 'মিলন' আদি কাকতত ছেদেলি-ভেদেলি হৈ থকা আমাৰ কবিতাবোৰ গোটাই দিবলৈ গাত

ল'লে আৰু কেইদিনমান পিছত গোটাই দিলেও। কাকতিদেৱৰ পাতনি খনিও তেওঁলোকেই লিখাই আনি আমাৰ হাতত দিলে। প্ৰথম অঙৰণ একতা সভাই প্ৰকাশ কৰিব উলিয়াই মাইজৰ হাতত দিলে।"

( ৰ. চৌ. ৰ. পৃঃ ৫৩০-৩১ )

কাকতিয়ে 'সাদৰী'ৰ পৰা দহিকতৰালৈ অৰ্থাৎ ১৯১০ চনৰ পৰা ১৯৩১ চনলৈ চৌধাৰীয়ে ৰচনা কৰা ফুল আৰু চৰাই বিষয়ক কবিতাবোৰৰ এটা ক্ৰমবিকাশ লক্ষ্য কৰিছে। সাদৰীৰ প্ৰথম ভাগৰ কবিতাত প্ৰকৃতিয়ে নিজৰ আনন্দত নিজেই বিভোল হৈছে। দ্বিতীয় ভাগত প্ৰকৃতিৰো যে মূৰ্ত চেতনা আছে তাৰ ইঙ্গিত প্ৰকাশ পাইছে। 'কেতেকী'ৰ কবিতাত কবিৰ মনত বাহ লৈ থকা ভাবৰাশিয়ে পূৰ্ণ অৱয়ব লৈ আত্ম-প্ৰকাশ কৰিছে।

'দহিকতৰা' কবিতাত কবিৰ পূৰ্বঠ মনৰ পূৰঠ ভাব প্ৰকাশ পাইছে। " 'ই এটি কাম-গন্ধ-বিহীন' প্ৰেমৰ কবিতা আৰু চৰাইটিও কবি হৃদয়ত চিৰদিন আনৰ চকুত নপৰাকৈ পূহি থকা আদৰ্শ জীৱন্ত মূৰ্তি।" ( বা. ৰ. পৃঃ ২৮১ )

কাকতিদেৱে ৰঘুনাথ চৌধাৰীৰ কবিতাক ইংৰাজ ৰমন্যাসিক কবিসকলৰ কবিতাৰ লগত ৰিজাই আলোচনা কৰিছে। সেইদৰে কালিদাসৰ কাব্যৰ লগতো মিল থকা অংশ ৰিজাই চাইছে। পাশ্চাত্যদেশৰ ৰমন্যাসিক কবিসকলে প্ৰেম আৰু প্ৰকৃতি বিষয়ক কবিতা ৰচনা কৰি কালজয়ী হৈছে। সেইদৰে ৰঘুনাথ চৌধাৰীয়ে প্ৰকৃতিৰ লগত নিবিড় সম্পৰ্ক স্থাপন কৰি এগৰাকী প্ৰখ্যাত অসমীয়া কবি হিছাপে স্বীকৃতি লাভ কৰিছে। কাকতিৰ সমালোচনাই ৰঘুনাথ চৌধাৰীক অসমৰ কাব্যজগতত কেৱল চিনাকি কৰি দিয়াই নহয়, প্ৰকৃত মূল্যায়ন কৰি চৌধাৰীয়ে এগৰাকী সাৰ্থক কালজয়ী কবি এই কথাও প্ৰতিপন্ন কৰিলে

বাণীকান্ত কাকতিতকৈ ৰঘুনাথ চৌধাৰী বয়সত প্ৰায় পোন্ধৰ বছৰমান ডাঙৰ। কিন্তু চৌধাৰীয়ে কাকতিক শ্ৰদ্ধা আৰু সন্মান কৰিছিল। তেওঁৰ আলোচনীত কাকতিৰ প্ৰবন্ধ প্ৰকাশ কৰিবলৈ অনুৰোধ জনাইছিল। ১৮৪৫ শকত ৰঘুনাথ চৌধাৰীয়ে সম্পাদনা কৰা 'মইনা' আলোচনীত জীৱনী বিষয়ক লেখনি লেখিবলৈ কাকতিদেৱক ভাৰ দিছিল। 'জয়ন্তী' আলোচনীতো ড' কাকতিয়ে প্ৰবন্ধ লেখিছিল। সেই সময়ত ড' কাকতি এগৰাকী নামজলা অধ্যাপক। অধ্যাপনাত যেনে নিষ্ঠা, সেইদৰে বিবিধ বিষয়ৰ প্ৰবন্ধ-পাতি লেখাতো আগৰণুৱা। ৰঘুনাথ চৌধাৰীয়ে 'জয়ন্তী' ( ১ম বছৰ ১২ শ সংখ্যা ১৯০৮

চন )ত লেখিছিল সেইসময়ৰ কটনত কলেজৰ শিক্ষকসকলৰ বিষয়ে। "কটন কলেজৰ ফালে মুখ ঘূৰালে আমি দেখো কি? গুৰিবেপৰা আৰম্ভ কৰি দুই-এজনকৈ আজি এই কলেজত ন কি দহ জন অসমীয়া অধ্যাপক হ'ল। এখেত সকলে দৰ্মহা যথেষ্ট পায় আৰু এওঁলোকৰ আজীৱ সময়ো নিতান্ত কম নহয়। সপ্তাহত ১৪।১৫ ঘণ্টামান খাটিব লাগে। পাঁচ মাহ আকৌ বন্ধতে যায়। বিশ্ববিদ্যালয়ৰ কাকত চাই পোৱা উপকৰা উপাৰ্জনো আছে। সৰহ ভাগৰ পুৰাণি পাঠ উৰাই-ঘূৰাই পঢ়োৱাৰ বাহিৰে আন কাম নাই। কিন্তু বৰ পৰিতাপৰ কথা যে ডক্টৰ কাকতি আৰু ৰায় বাহাদুৰ ভূঞা আদি দুই এজনৰ বাহিৰে এখেতসকলৰ পৰা অসমীয়া সমাজে একো পোৱা নাই।" ( ৰ. চৌ. ৰ. পৃঃ ৫৬০ )

১৯৩৬ চনত তেজপুৰত বহা অসম সাহিত্য সভাৰ অধিবেশনত ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা সভাপতি হোৱাৰ কথা আছিল, কিন্তু বেজবৰুৱাই বৰোদালৈ যাব লগা হোৱাত সভাপতিৰ পদ গ্ৰহণ নকৰিলে। তেওঁ বাতৰি কাকতলৈ লেখিলে এই অধিবেশনৰ বাবে ড° বাণীকান্ত কাকতিদেৱক 'তপতে তপতে' সভাপতি পাতিবলৈ। কিন্তু এই কামটো হৈ নুঠিল। এই অধিবেশনৰ সভাপতি হ'ল ৰঘুনাথ চৌধাৰী দেৱ।

চৌধাৰী দেৱে তেওঁৰ সভাপতিৰ ভাষণত ক'লে—"এই বছৰৰ এটি লেখত ল'বলগীয়া কাম—আমাৰ শ্ৰদ্ধেয় অধ্যাপক ড° কাকতি দেৱৰ 'অসমীয়া ভাষাৰ গঠন আৰু তাৰ ক্ৰমবিকাশ' সম্পৰ্কে লিখা 'থিছিছ'। এই অমূল্য গ্ৰন্থৰ দ্বাৰা কাকতিয়ে চিৰস্থায়ী ভেটি বান্ধি অসমীয়া ভাষাৰ মৌলিক আৰু বিশিষ্টতা প্ৰতিপন্ন কৰি দেখুৱালে আৰু তাৰ লগে লগে নিজকো সম্মানিত আৰু অসমীয়া জাতিকো গৌৰৱান্বিত কৰিলে। এই অমূল্য থিছিছ খনি অসমৰ জাতীয় সম্পদ। আনদেশত এনে উচ্চ ধৰণৰ গ্ৰন্থখনি কেতিয়াবাই প্ৰকাশিত হ'ল হেতেন। কিন্তু দুৰ্ভগীয়া অসমত এনে আপুৰুগীয়া বস্তু খিনিও অৰ্থাভাৱৰ বাবে আজিও ড° কাকতিদেৱৰ হাতনী পেৰাত লুকাই ৰ'ব লগীয়া হৈছে।"

ড° কাকতিৰ থিছিছখন ১৯৪১ চনতহে প্ৰকাশিত হৈ ওলায়। মাণিকৰ গৰাকীয়ে মাণিক চিনে। ড° বাণীকান্ত কাকতি অসমৰ উজ্জ্বল মাণিক—সেই দৰে কবি ৰঘুনাথ চৌধাৰীও আমৰ কাব্য আকাশৰ উজ্জ্বল মাণিক। দুয়ো দুয়োৰে প্ৰতিভাৰ উমান পাইছিল। আচলতে ৰঘুনাথ চৌধাৰীক কাকতিয়ে সমালোচনাৰে অসমৰ কাব্য আকাশত উজ্জ্বল নক্ষত্ৰ কৰি ৰাখিছে।

পুৰণি অসমৰ সাহিত্য-সংস্কৃতিৰ এক ঐতিহ্যমণ্ডিত ৰূপ আছে। অতি পুৰণি কালৰপৰাই অসম লোক-সংস্কৃতিত যিদৰে চহকী, সেইদৰে অসমৰ সাধু-সংস্কৃতিৰ বুনিয়াদো শক্তিশালী। চৰ্যাপদ, ডাকৰ বচন, হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত্ৰ'ৰপৰা আৰম্ভ কৰি বৈষ্ণৱ যুগৰ গহীন গম্ভীৰ শক্তিশালী সাহিত্য সম্ভাৰকে ধৰি, অষ্টাদশ শতিকাৰ ৰজাঘৰীয়া আৰু সত্ৰীয়া সাহিত্যলৈকে পুৰণি অসমীয়া সাহিত্যৰ এক শক্তিশালী বুৰঞ্জী আছে। সেইদৰে দুৰ্গাবৰী আদি অবৈষ্ণৱ সাহিত্যসমূহৰো জনসমাজত এক বিশেষ স্থান আছে। বৈষ্ণৱ সাহিত্যৰ যুগান্তকাৰী গুৰি ধৰোতা শ্ৰীমন্ত শঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ, ভট্টদেৱ, ৰামসৰস্বতী, অনন্ত কন্দলি গহীন আৰু উচ্চ পৰ্যায়ৰ সাহিত্য সমূহে জনসমাজৰ সাংস্কৃতিক গাঁথনি শক্তিশালী কৰি তুলিছে।

মধ্যযুগীয়া পুৰণি অসমীয়া সাহিত্য সমূহ উন্নত মানদণ্ডৰ আৰু সৰ্বসাধাৰণ লোকৰ মাজত ইয়াৰ প্ৰভাৱ সুগভীৰ, অথচ তথাকথিত আধুনিক শিক্ষিত সমাজে ইয়াৰ মোল বুজাত বহুখিনি পলম হৈছিল। ১৮২৬ চনত ইংৰাজে অসম শাসন কৰিবলৈ লোৱাৰপৰাই অসমৰ শিক্ষা জগতত পাশ্চাত্য প্ৰভাৱ পৰিবলৈ লয়। তেতিয়াৰ পৰাই কুৰি শতিকাৰ দ্বিতীয় দশক মানলৈকে ইংৰাজী ভাষা সাহিত্যৰ দ্বাৰা প্ৰভাৱান্বিত তথাকথিত শিক্ষিত অসমীয়া লোকে পুৰণি অসমীয়া সাহিত্যৰ মোল বুজা নাছিল আৰু ইয়াৰ প্ৰতি তেওঁলোকে অনিহা প্ৰকাশ কৰিছিল।

তথাকথিত শিক্ষিত সমাজত পুৰণি সাহিত্য সমূহৰ আদৰ নথকাৰ কাৰণ নোহোৱা নহয়। অসমৰ সত্ৰ-নামঘৰ সমূহত কীৰ্ত্তন-ঘোষা-দশম-বৰগীত আদি প্ৰসঙ্গৰ সময়ত গোৱা হৈছিল আৰু দৌল, দোমাহী, গুৰুসকলৰ কীৰ্ত্তন মহোৎসৱৰ সময়ত অংকীয়া ভাওনা, গীত-নৃত্য আদি পৰিবেশিত হৈছিল। এই বিলাক হাতে লেখা অৱস্থাতে আছিল আৰু বহুতো নকলকাৰৰ হাতত পৰি এই পুথি সমূহৰ মূল ৰূপ সলনিও হোৱা দেখা গৈছিল। এই সাহিত্য সমূহৰ বিষয়ে কোনো ধৰণৰ আলোচনাৰ বাট মুকলি হোৱা নাছিল। ১৮৮৭ চনত হে ৺হৰিবিলাস আগৰৱালাই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ কীৰ্ত্তন পুথিখন

ছপা কৰি উলিয়ায় আৰু পিছত তেওঁ শ্ৰীশঙ্কৰদেৱৰ দশম, গুণমালা, ভটিমা, বৰগীত আদি ছপা কৰি উলিয়ায়। পুৰণি পুথিপাঁজি ছপা কৰি উলিওৱাৰ প্ৰক্ৰিয়া আৰম্ভ হৈ কুৰি শতিকাৰ-চতুৰ্থ দশকৰ ভিতৰত প্ৰায়বোৰ উল্লেখযোগ্য পুথি ছপা হৈ ওলায়। পুৰণি পুথিসমূহ ছপা হৈ ওলোৱাত এই বিষয়ে চৰ্চা আৰু আলোচনাৰ বাট মুকলি হয়।

১৮৮৯ চনত প্ৰকাশ হোৱা 'জোনাকী' আলোচনীয়ে আধুনিক অসমীয়া সাহিত্যৰ বাটকটীয়া দৃষ্টিভঙ্গীলৈ আগবাঢ়ি আহিছিল যদিও, বেজবৰুৱাৰ 'বাঁহী' (১৯১০) আলোচনীয়েহে পুৰণি সাহিত্য আলোচনাৰ পথ মুকলি কৰিছিল। বেজবৰুৱাই নিজেই 'বাঁহী' আলোচনীত পুৰণি অসমীয়া সাহিত্য-সংস্কৃতি আৰু ধৰ্ম বিষয়ক আলোচনা আগবঢ়াইছিল। বেজবৰুৱাই 'বাঁহী'ৰ ১ম বছৰ প্ৰথম সংখ্যাত লিখিছিল যে অসমত বিভিন্ন গোষ্ঠী আৰু ভাষাই অসমীয়া ভাষাৰ সৌষ্ঠৱ বঢ়াইছে। বিভিন্ন জনগোষ্ঠীক এক অসমীয়া জাতি বুলি দৃঢ়তাৰে বান্ধি ৰখাৰ মূলতে হ'ল বৈষ্ণৱ ধৰ্ম আৰু সত্ৰীবলাক (বেজবৰুৱা গ্ৰন্থাৱলী, পৃঃ ১৭৫৩)

বেজবৰুৱাই 'বাঁহী'ৰ দ্বিতীয় সংখ্যাত শ্ৰীশঙ্কৰদেৱৰ বিষয়ে লেখিছিল। বেজবৰুৱাৰ 'শঙ্কৰদেউ' ১৯১২ চনত প্ৰকাশ পায় আৰু 'শ্ৰীশংকৰদেৱ-মাধৱদেৱ ১৯১৪ চনত প্ৰকাশ পায়। ইয়াকেই অসমৰ পুৰণি ধৰ্ম আৰু সাহিত্য আলোচনাৰ আধাৰশিলা বুলি ক'ব পাৰি। লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া ভাষা-সাহিত্য আৰু ধৰ্ম যে অতি উচ্চমানৰ, সেইকথা গভীৰ অধ্যয়নপুষ্ট লেখনীৰ মাজেৰে প্ৰতিষ্ঠা কৰিবলৈ উঠিপৰি লাগিছিল। কিন্তু বেজবৰুৱাৰ ইচ্ছা আৰু চেষ্টাক বাস্তৱ ৰূপ দিছিল ড° বাণীকান্ত কাকতিয়েহে। বেজবৰুৱাই ড° কাকতিক অসমৰ ধৰ্ম আৰু সাহিত্য আলোচনা কৰিবলৈ অনুপ্ৰেৰণা যোগাইছিল।

ড° কাকতিয়ে পুৰণি অসমীয়া সাহিত্য বিষয়ক প্ৰবন্ধসমূহ লেখাৰ মূল অনুপ্ৰেৰণাৰ থলি হ'ল জাতীয় চেতনা। অসমীয়া জাতি যে সুসভ্য আৰু ঐতিহ্য মণ্ডিত সাংস্কৃতিক পৰম্পৰাৰে বৰ্ধিত এই কথা তেওঁ হৃদয়েৰে উপলব্ধি কৰিছিল আৰু এই ঐতিহ্যক পোহৰৰ বাটলৈ অনাৰ বাবে গভীৰ অধ্যয়ন কৰি লেখনী আগবঢ়াইছিল। তেওঁ শ্ৰীশঙ্কৰ-মাধৱৰ মহাপুৰুষীয়া ধৰ্মৰ একান্ত সাধক। শ্ৰীশঙ্কৰ-মাধৱৰ সাংস্কৃতিক অৱদানখিনিক আধুনিক অসমীয়া সমাজৰ মাজত প্ৰচাৰ কৰাৰ কাৰণে তেওঁৰ একান্ত আগ্ৰহ। তেওঁ বেজবৰুৱাৰ

শ্বাবা যিদৰে উৎসাহিত হৈছিল, সেইদৰে তেওঁৰ জাতীয় চেতনা জগাই তোলাত তেওঁৰ সহায়ক হৈছিল অম্বিকাগিৰী ৰায়চৌধুৰী। ১৯১৮ চনত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে গুৱাহাটীত অৰুণা প্ৰেছ স্থাপন কৰে। তেতিয়াই কাকতিয়ে অৰুণা প্ৰেছলৈ আহি ৰায়চৌধুৰীক নানা দিহা-পৰামৰ্শ দিছিল। ১৯১৯ চনত ৰায়চৌধুৰীৰ 'চেতনা' প্ৰকাশ পায়। ৰায়চৌধুৰীয়ে কৈছে—'সম্ভৱতঃ কাকতিয়ে পোন প্ৰথমতে অসমীয়া সাহিত্যৰ চৰ্চা কৰে মোৰ চেতনাৰ পাততেই, পুৰণি অসমীয়া সাহিত্যৰ তত্ত্ব, সৌন্দৰ্য, বৈজ্ঞানিক প্ৰণালীৰে উদ্ঘাটন কৰি। তেওঁৰ পুৰণি অসমীয়া সাহিত্যৰ সমালোচনা কিলাক উচ্চ পৰ্যায়ৰ মূল্যায়ন কৃত বস্তু। চেতনাৰ তেওঁ নিয়মিত লেখক আছিল।' ( অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী পৃঃ ৬৭৪ )

পুৰণি অসমীয়া সাহিত্য-সংস্কৃতিৰ প্ৰতি গভীৰ শ্ৰদ্ধা আৰু জাতীয় চেতনাৰ উন্মেষণত 'চেতনা'ৰ সহায়ৰ সক্ৰিয় হৈ পৰিছিল আৰু তাত ড° কাকতিকদৰে ডেকা অধ্যাপক পণ্ডিতৰ লেখনীয়ে বিশেষভাৱে অৰিহণা যোগাইছিল। ৰায়-চৌধুৰীয়ে কৈছে—'আগৰ আলোচনা কিলাক বিজুলী, বাঁহী, উষা, আসাম বান্ধৱ, আলোচনা আদিত এই স্পষ্ট জাতীয়তাবাদৰ আভাস নাছিল।' ( ৰা. গ্ৰ. পৃঃ ৬৭৪ )

অৰুণা প্ৰেছতে ড° কাকতি সম্পাদিত মহাপুৰুষ মাধৱদেৱৰ 'পিম্পৰা গুচোৱা' নাটক ছপা হৈছিল। ড° কাকতিৰ 'পুৰণি অসমীয়া সাহিত্য' ( ১৯৪০ ) ৰ আগকথাত কাকতিয়ে লেখিছে—"একৈছ বছৰ আগত যেতিয়া শিক্ষিত সমাজে পুৰণি অসমীয়া সাহিত্য মানে গাৱলীয়া মানুহে পঢ়া অসাৰ পদ পুথি কেইখনোৰ বুলিহে ভাবিছিল, তেতিয়া শ্ৰীযুত অম্বিকাগিৰি ৰায়চৌধুৰী সম্পাদিত 'চেতনা' বোলা মাহেকীয়া কাকতত ( ১৮৪১ শক ) এই কিতাপত সন্নিবেশিত তিনিটাত বাজে বাকী আটাইবোৰ প্ৰবন্ধ ধাৰাবাহিক ৰূপে প্ৰকাশ হৈছিল। তেতিয়া 'অসমীয়া সাহিত্যৰ চানেকি' সংগৃহীত হোৱাই নাছিল'।"

"'চেতনা'ত প্ৰকাশ নোহোৱা তিনিটা প্ৰবন্ধ। ভিতৰত 'শংকৰদেৱৰ আধ্যাত্মিক দান' দ্বিতীয় বছৰৰ আৱাহনত প্ৰকাশ হৈছিল। বৰগীত প্ৰবন্ধ ৺বেজবৰুৱা ডাঙৰীয়াৰ শংকৰদেৱৰ দ্বিতীয় তাংৰণত সন্নিৱেশিত হৈছিল আৰু 'চোৰধৰা' প্ৰবন্ধ গ্ৰন্থকাৰে প্ৰকাশ কৰা 'চোৰধৰা অংকীয়া নাট'ৰ পাতনি স্বৰূপ লিখা হৈছিল।" ( পুৰণি অসমীয়া সাহিত্য )

ড০ কাকতিৰ উদ্ধৃতিৰ পৰাই জনা গ'ল যে পুৰণি অসমীয়া সাহিত্য বিষয়ক ড০ কাকতিৰ ৰচনা সমূহ কুৰি শতিকাৰ তৃতীয় দশকৰ আগতে ৰচিত।

'পুৰণি অসমীয়া সাহিত্য' পুথিৰ পাতনি স্বৰূপে লেখা 'শংকৰদেৱৰ আধ্যাত্মিক দান' প্ৰবন্ধটি দ্বিতীয় বছৰৰ 'আৱাহন' (১৯৩০)ত প্ৰকাশ পাইছিল।

মধ্যযুগত মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ যেতিয়া আৱিৰ্ভাৱ হয়, তেতিয়া ভাৰতীয় আধ্যাত্মিক জগতখনত নানা খেলি মেলি ভাবে জনসাধাৰণক বিভ্ৰান্ত কৰি তুলিছিল, ধৰ্মৰ প্ৰকৃত গতি পথৰ সন্ধান নাপাই তেওঁলোকে দিশাহাৰা হৈ যেনি তেনি গতি কৰিবলৈ লৈছিল। সেই সময়ত মহাপুৰুষ শ্ৰীশংকৰদেৱে "পুৰাণৰ বহু দেৱতা, তন্ত্ৰৰ বহু সাধনাৰ আৰু কামনাৰ তাড়নাত সংকল্পিত বহুত অল্পফল ব্যয় সংকুল অনুষ্ঠানৰ প্ৰভাৱৰপৰা উদ্ধাৰ কৰি চৰাচৰ ব্ৰহ্মাণ্ড, সকলো দেৱতা আৰু 'সৰ্ব অৱতাৰৰ কাৰণ' স্বৰূপ 'ব্ৰহ্মৰূপী সনাতন' মূল বস্তুৰ আদৰ্শ আমাৰ আগত দাঙি ধৰে।" (পুঃ অঃ সাঃ)

বহুদেৱতাৰ মাজত প্ৰধান দেৱতাৰ সন্ধান দান, বহু সত্যৰ ভিতৰত সনাতন সত্যৰ উপলব্ধিৰ প্ৰতি আমাৰ সামাজিক চৈতন্যৰ জাগৰণ—ইয়াকেই অসমৰ জাতীয় আধ্যাত্মিক ক্ষেত্ৰত মহাপুৰুষৰ প্ৰধান দান বুলি কাকতিয়ে কৈছে।

সেই সময়ত ধৰ্মৰ নামত যাগ-যজ্ঞ বা নানা আচাৰ নীতিৰ ব্যয়বহুল প্ৰচলনে সৰ্বসাধাৰণক জুৰুলা কৰিছিল। কাকতিয়ে কৈছে—'কৰ্মৰ বিভীষিকা-নিবাৰণ মহাপুৰুষৰ আন এটি শ্ৰেষ্ঠ দান।'

মহাপুৰুষৰ তৃতীয় দানৰ কথা বিশ্লেষণ কৰি কৈছে যে অন্তৰৰ উপলব্ধি হে আচল কথা। "মুখে বোলা ৰাম, হৃদয়ে ধৰা ৰূপ, এতেকে মুকুতি পাইবা কহিলো স্বৰূপ," "বাহ্যিক অনুষ্ঠানৰ ঠাইত বিশুদ্ধ অন্তৰক আধ্যাত্মিক উপলব্ধিৰ প্ৰধান লীলা ক্ষেত্ৰ বুলি ডাঠকৈ প্ৰতিবাদন কৰা মহাপুৰুষৰ আন এটি দান।"

মহাপুৰুষীয়া ধৰ্মত যে শ্ৰেণীভেদ নাই এই কথাও ড০ কাকতিয়ে ব্যাখ্যা কৰিছে।—"নিষ্কাম সাধন মাৰ্গত সকলোৰে অধিকাৰ সমান।" "সামাজিক শ্ৰেণীভেদৰ ব্যৱধানৰ কুঁৱলী আঁতৰাই সকলোকে ভয় নোহোৱাকৈ খোজ কাঢ়িবৰ জন্মগত অধিকাৰ মহাপুৰুষে দান কৰে।"

'বৈষ্ণৱ কবিৰ লক্ষ্য আৰু সাধনা' সম্পৰ্কে ড০ কাকতিয়ে যুক্তিপূৰ্ণ ব্যাখ্যা দাঙি ধৰিছে। "একালে একান্ত ভক্তি আৰু সাম্য ভাবৰ পৰমতত্ত্ব প্ৰচাৰ আৰু

আনন্দমনে শ্ৰোতাক আনন্দদান—এয়ে পুৰণি সাহিত্যৰ দ্যোতক আদৰ্শ আৰু প্ৰেৰণা।"

সাহিত্যৰ যে এটা হৃদয়গ্ৰাহী আবেদন আছে এই কথা ড° কাকতিয়ে সঠিক ভাবে উল্লেখ কৰিছে। "সুখ-দুখ, আশা-নৈৰাশ্য আদিৰ চিত্ৰেৰে মনক কোমলাই সজ সাহিত্যই প্ৰথমে মনক ভাব গ্ৰহণোন্মুখী কৰি তোলে।" ড° কাকতিয়ে পুৰণি অসমীয়া সাহিত্যৰ আন এটি উল্লেখযোগ্য দিশৰ কথা দাঙি ধৰিছে—অসমৰ বৈষ্ণৱ সাহিত্যই সৰ্বসাধাৰণৰ মনত নতুন চেতনা আনি সৰ্বভাৰতীয় 'মহাজাতীয় চৈতন্য'ৰ লগত মিলন ঘটাইছে। অসমীয়া মানুহৰ মাজতো সৰ্বভাৰতীয় চেতনা জাগৰিত কৰে।

তেওঁৰ আলোচনাত প্ৰকাশ পায়—অসমীয়া ভাষাৰ গঠন, বিকাশ, প্ৰচাৰ আৰু অসমীয়া ভাষা জাতীয় ভাষা ৰূপে স্বীকৃতি লাভ কৰাৰ মূলতে আছে বৈষ্ণৱ কবিসকলৰ অসমীয়া ভাষাত ৰচনা কৰা সাহিত্য ৰাজি।

ড° কাকতিয়ে অসমীয়া বৈষ্ণৱ ধৰ্মৰ স্বৰূপ, প্ৰাসংগিকতা, সাহিত্যৰ উদ্দেশ্য, ভাষাৰ প্ৰায়োগিক দিশৰ বিশেষত্ব আদিৰ নিহিত গূঢ়াৰ্থ সহৃদয়ভাৱে উপলব্ধি কৰিছিল আৰু জাতীয় স্বাৰ্থৰক্ষাৰ হ'কে পুৰণি সাহিত্যক ঐতিহ্যৰ পোহৰৰ বাটলৈ আনি প্ৰকৃত মূল্যায়ন কৰিবলৈ প্ৰয়াস কৰিছিল। এনে এক উদাৰ জাতীয় ভাবাপন্ন দৃষ্টিভঙ্গীৰে মননশীল পৰ্যালোচনাৰে আলোচনা কৰি পঢ়ুৱৈৰ আগত দাঙি ধৰিছে। ড° কাকতিৰ ইংৰাজী তথা পাশ্চাত্য ভাষা সাহিত্যত যেনে দখল, সেইদৰে ভাৰতীয় ঐতিহ্য মণ্ডিত সংস্কৃত ভাষা সাহিত্যতো গভীৰ জ্ঞান। ইয়াৰোপৰি অসমীয়া ভাষাৰ প্ৰকাশিকা শক্তিৰ প্ৰতিও তেওঁৰ অতল বিশ্বাস। এই গোটেই বিলাক মিলি ড° কাকতি হৈ পৰিছে এগৰাকী বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ প্ৰকৃত সমালোচক।

ড° কাকতিয়ে শ্ৰীশংকৰদেৱ, শ্ৰীমাধৱদেৱ, অনন্ত কন্দলি আৰু ৰাম সৰস্বতীক প্ৰথম খাপৰ কবি বুলি কৈছে। সেইদৰে এখনমান 'কানিখোৱা' পুথিৰ ৰচক শ্ৰীধৰ কন্দলিৰ প্ৰতিভাকো সূক্ষ্মভাৱে নিৰীক্ষণ কৰিছে। পুৰণি অসমীয়া সাহিত্যৰ আলোচনাত এই পাঁচ গৰাকীকে তেওঁ মুখ্য স্থান দিছে।

'কুমৰ হৰণ' কাব্যৰ আলোচনাত চন্দ্ৰভাৰতীৰ কাব্য প্ৰতিভা অতি সুক্ষ্মভাৱে বিশ্লেষণ কৰিছে। কবিত্ব শক্তিত অনন্ত কন্দলি শ্ৰীশংকৰদেৱতকৈ কম নহয় বুলিও কৈছে। কাকতিৰ মতে অনন্ত কন্দলিৰ 'কুমৰ হৰণ' কাব্য কন্দলিৰ আগবয়সৰ ৰচনা। ইয়াত কবিৰ প্ৰকাশ ভঙ্গীৰ উদাৰতা আৰু আবেগৰ সূক্ষ্ম চিত্ৰ প্ৰকাশ

পাইছে। তেওঁ অনন্ত কন্দলিৰ কবি প্ৰতিভাক কালিদাসৰ কবিত্ব শক্তিৰ লগত তুলনা কৰিছে। কাব্য ৰচনাৰ মূল কথা হ'ল—ইয়াত এক কেন্দ্ৰস্থ ভাৱ থাকিব লাগে। 'কুমৰ হৰণ' কাব্যৰ মূলভাৱ উষাৰ গুপ্ত প্ৰেম। হৰিবংশ, ভাগৱত পুৰাণ আদিত উষাৰ কাহিনী আছে যদিও চন্দ্ৰভাৰতীৰ কুমৰ হৰণৰ কাহিনী কেন্দ্ৰীভূত আৰু উষাৰ গুপ্ত প্ৰেমক কেন্দ্ৰ কৰিয়েই গঢ়ি উঠিছে। কালিদাসৰ কাব্যসমূহো একো-একোটা কেন্দ্ৰীভূত কাহিনীক লৈয়ে ৰচিত। ড° কাকতিৰ এনে পৰ্যবেক্ষণে অনন্ত কন্দলিক এগৰাকী প্ৰকৃত কবি হিচাপে জগতত চিনাকি কৰি দিছে। ড° কাকতিয়ে তেওঁৰ কাব্যিক ভাষাৰেই 'কুমৰ হৰণ'ৰ বিষয়ে এনেদৰে কৈছে—"গোটেই কবিতাটো জোনাকী নিশাৰ আকাশী পৰীৰ লীলা খেলা যেন লাগে।"

ড° কাকতিৰ দেশ-বিদেশৰ সাহিত্য-জগতৰ ৰত্ন-ভাণ্ডাৰৰ লগত চিনাকি আছে। সেই ৰত্ন-ভাণ্ডাৰৰ মণি-মুকুতা অসমীয়া সাহিত্যৰ মাজতো বিচাৰি পায়। পুৰণি অসমীয়া সাহিত্যৰ মাজত বিচাৰি পোৱা বিদেশী বাজিৰ সাদৃশ্যৰ কথা তেওঁ উদাহৰণসহ উল্লেখ কৰিছে। বধকাব্যৰ আলোচনাত কৈছে—"য়ুৰোপৰ মধ্যযুগৰ ৰোমান্স কাব্যবোৰৰ দানৱ, অসুৰ ( Goblins, Ognes ) আদিৰ লগত নাইট বোলা ধৰ্মবীৰসকল ( Knight of chivarly )ৰ সংঘৰ্ষ ধৰ্ম-বিপ্লৱমূলক। অসমৰ বধকাব্যবোৰ য়ুৰোপীয় সাহিত্যৰ ৰোমান্স কাব্যবোৰৰ দৰে সাম্যভাব প্ৰবৰ্তনৰ চেষ্টাৰ পৰা উদ্ভূত।" পৌৰাণিক গ্ৰীক আখ্যানৰ বীৰ-বীৰাঙ্গনা সকলৰ লগত অসমৰ বধকাব্যৰ বীৰ-বীৰাঙ্গনা সকলৰ মিল আছে। হেমা সুন্দৰীৰ লগত গ্ৰীক সুন্দৰী আৰিয়াচনী এণ্ড্ৰোমিডা আদিৰ তুলনা কৰিব পাৰি। ড° কাকতিয়ে 'হেম চৰিত্ৰৰ লগত ইংৰাজ কবি স্পেন্সাৰৰ য়ুনা সুন্দৰীৰ ভালেখিনি সাদৃশ্য' দেখিছে।

ড° কাকতিয়ে বৰগীতৰ উচ্চ মানদণ্ডৰ কথা উল্লেখ কৰাৰ লগতে, এনে ধৰণৰ আধ্যাত্মিক কবিতা যে ইংৰাজী সাহিত্যতো ৰচিত হৈছিল, সেই কথাৰ উল্লেখ কৰিছে।

ইংৰাজ কবি হেৰিককেও ( Herrick ) কেতবোৰ আধ্যাত্মিক ভাৱৰ কবিতা ৰচনা কৰিছিল। সেইবোৰৰ নাম দিছিল Noble Numbers. "আমাৰ সাহিত্যতো বৰগীতবোৰ Noble Numbers".

অঙ্কীয়া ভাওনাৰ লগতো গ্ৰীক নাটকৰ সাদৃশ্য আছে। অঙ্কীয়া নাটৰ

সূত্ৰধাৰৰ লগত সংস্কৃত নাটকৰ সূত্ৰধাৰৰ সম্পৰ্ক নাই। "অসমীয়া নাটত সূত্ৰধাৰ গুৰিবপৰা শেষলৈকে দোহাৰত উপস্থিত থাকে আৰু এই সূত্ৰধাৰক কেন্দ্ৰ কৰিয়েই চকৰিব দৰে ঘূৰে।" "এই সূত্ৰধাৰৰ অনুৰূপ কল্পনা পূৰ্বৰ ভাৰতীয় সাহিত্যত নাই। ইয়াক পোৱা যায় মাথোন পূৰ্বৰ গ্ৰীক নাটৰ কোৰাছৰ কল্পনাত।" ড' কাকতিৰ এনে ধৰণৰ মন্তব্য অসমীয়া নাটকক বিশ্বসাহিত্য ৰূপে প্ৰতিষ্ঠা কৰাত সহায়ক হ'ব।

মহাপুৰুষ মাধৱদেৱৰ নামঘোষা হ'ল কবিৰ অন্তৰ বেদীৰ পৰা ওলাই অহা গভীৰ অধ্যাত্মিক অনুভূতি। ড' কাকতিয়ে ইয়াতো ইংৰাজ কবিৰ কবিতাৰ অনুভূতিৰ লগত মিল দেখা পাইছে। "ইংৰাজ কবিতাত ৰাজহাঁহ জাতীয় এবিধ চৰাইৰ ( Swan ) উল্লেখ পোৱা যায়। সি হেনো অন্তিম কালত নৈত উটি গৈ গীত গাই গাই গীতকেই পৰিসমাপ্তি কৰি মৰে।" ড' কাকতিয়ে নামঘোষাক 'Swan' অৰ গীতৰ লগত তুলনা কৰি 'পৰম আনন্দ সাগৰত' উটি যোৱা মাধৱদেৱৰ 'মহাপ্ৰাস্থানিক' গীত বুলি কৈছে।

ভাৰতীয় বৈষ্ণৱ ধৰ্মৰ ৰাধা-কৃষ্ণৰ প্ৰেম আশ্ৰয় কৰি হোৱা পৰাঙ্গনা প্ৰীতিৰ লগত ইউৰোপীয় দেশত গঢ়ি উঠা Platonic loveঅৰ তুলনা কৰিছে ড' কাকতিয়ে। "য়ুৰোপত নৱাভ্যুদয় আন্দোলনত ( Reneissance move-ment ) দাৰ্শনিক প্লেটোৰ তত্ত্বক আশ্ৰয় কৰি দাৰ্শনিক প্ৰেমবাদ ( Platonic Love ) বুলি পৰকীয়া প্ৰীতি নৱাভ্যুদয় আন্দোলনৰ এক বিশিষ্ট ভাৱধাৰা হৈ উঠিল।"

বৈষ্ণৱ কবিসকলে শ্ৰীকৃষ্ণৰ শিশুৰূপৰ মনোৰম বৰ্ণনা গীত-পদ-নাট আদিত দাঙি ধৰিছে। মাতৃ যশোদাৰ পুত্ৰস্নেহ আৰু শিশু কৃষ্ণৰ আব্দাৰৰ মানৱীয় বৰ্ণনাই সৰ্বসাধাৰণৰ হৃদয় বিগলিত কৰে। মাতৃ আৰু শিশুৰূপৰ প্ৰকাশ যে য়ুৰোপতো ঘটিছে এই কথাৰ উল্লেখ ড° কাকতিয়ে কৰিছে—"য়ুৰোপীয় মধ্য-যুগৰ সুকুমাৰ শিল্পত কুমাৰী মেৰী আৰু যিশু খ্ৰীষ্টৰ বাৎসল্য ভাবৰ অভি-ব্যক্তি স্বৰূপ অসংখ্য ছবি আঁকা হৈছিল। এই বিষয়ত য়ুৰোপীয় বাৎসল্য ৰস প্ৰকাশৰ ঠাই আমাৰ দেশৰ শিশু কৃষ্ণ বিষয়ক অসংখ্য কবিতাই অধিকাৰ কৰি আছে।"

ড° কাকতিৰ আলোচনাসমূহ মূল্যায়ন ধৰ্মী। সাহিত্যৰ বিশিষ্ট ধৰ্ম পূৰ্বৰ অসমীয়া সাহিত্য সমূহত কি দৰে ৰক্ষা পৰিছে, সেই কথা তুলনামূলক

আৰু বিশ্লেষণাত্মক অধ্যয়েনেৰে দাঙি ধৰিছে। পূৰণি অসমীয়া সাহিত্যসমূহ যে ঠেক গণ্ডীৰ নহয় আৰু বিশ্বসাহিত্যৰ লগত ফেৰ মাৰিব পৰা এইবোৰ কথা ড° কাকতিৰ আলোচনাত প্ৰকাশ পাইছে। সাহিত্যৰ এক চিৰন্তন ৰূপ আছে। এই ৰূপটো সকলো ঠাইত একে—কাকতিৰ আলোচনাই এনে ইঙ্গিতকে বহন কৰিছে।

মধ্যযুগৰ অসমীয়া কবিসকলৰ বিৰল প্ৰতিভাৰ কথা ড° কাকতিয়ে তুলনামূলক আৰু বিশ্লেষণাত্মক অধ্যয়েনেৰে দাঙি ধৰোতে তেওঁলোকৰ কাব্য ৰচনাৰ উদ্দেশ্য যদিও মূলতঃ ধৰ্মপ্ৰচাৰ, তথাপি এইবোৰ কাব্যিক গুণ বৰ্জিত উকা উপদেশ যে নহয়, এই কথা সুন্দৰকৈ প্ৰকাশ পাইছে। অনন্ত কন্দলিয়ে প্ৰেমৰ এক চিৰন্তন ৰূপ প্ৰকাশ কৰিছে। ৰাম সৰস্বতীয়ে সৰ্বসাধাৰণৰ মন জয় কৰিব পৰা সহজ-সৰল আবেগ-অনুভূতিক মনোৰম কাব্যিক প্ৰকাশ ঘটাইছে। সেইদৰে শংকৰ-মাধৱৰ গীত-নাটত শিশুৰ চিৰন্তন ৰূপ আৰু মাতৃ স্নেহৰ এক স্বাভাৱিক কাব্যিক ৰূপ উদ্ভাসিত হৈ উঠিছে। মহাপুৰুষ মাধৱদেৱ এক গভীৰ অনুভূতিৰ কবি। তেখেতৰ গুৰু-ভক্তি, ভক্তিৰ দৃঢ়তা, ৰসময়ী ভকতিত নিমজ্জিত এক শান্ত সমাহিত ধীৰ-স্থিৰ কাব্যিক ৰূপ পাইছে 'নামঘোষা'ত। এই সকল কবিয়ে সাহিত্যৰ মাজেৰে মানুহৰ আবেগ-অনুভূতিৰ আত্মিক প্ৰকাশৰ মাজেৰে নিজেও ৰসময়ী আনন্দ সাগৰত নিমজ্জিত হৈছে আৰু আনকো নিমজ্জিত কৰাইছে। 'বৰগীত'ক লক্ষ্য কৰি তেওঁ কৈছে—"....নানা ধৰণৰ বহুবহু শিশু চৰিত্ৰৰ কল্পনা-নৈপুণ্যত বৰগীতবোৰ কবিতা হিচাপে জগতৰ কাব্য সাহিত্যত অতি ওখ ঠাই লাভ কৰিব পাৰে।"

"ভাৰতীয় প্ৰাদেশিক বৈষ্ণৱ-সাহিত্যত এনে ধৰণৰ কবিতা অতি বিৰল।"

ড° বাণীকান্ত কাকতিয়ে পূৰণি অসমীয়াসাহিত্য সংস্কৃতি অধ্যয়ন কৰি যি ৰসভাণ্ডাৰৰ উঁহ বিচাৰি পাইছিল, তাৰ সোৱাদ সৰ্বসাধাৰণ পাঠককো দিবলৈ যত্ন কৰিছিল। এই আলোচনা সমূহ আজিতকৈ প্ৰায় চাৰে তিনি কুৰি বছৰ আগতে ৰচিত যদিও, ই এতিয়াও চিৰ নতুন হৈ আছে। অসমীয়া মধ্যযুগীয়া সাহিত্যৰ এই বাটকটীয়া আলোচনা সমূহে পূৰণি সাহিত্য আলোচনাৰ বাট মুকলি কৰি দিছিল, কিন্তু আজিৰ আলোচক-সমালোচক সকলে ড° কাকতিতকৈ যে এখোপ ওপৰলৈ যাব পাৰিছে, এই কথা কোৱা টান। আমি ড° কাকতিৰ প্ৰকৃত উত্তৰসাধক আশা কৰিছোঁ।

# সাহিত্য আৰু প্ৰেম

(ক) নিশাদূত

(খ) পণ্ডিতৰ ভূমাস্পৃহা

(গ) সৌন্দৰ্য্যৰ প্ৰতাৰণা

(ঘ) কবিৰ অহৈতুকী প্ৰীতি

(ঙ) ভাৰবীয়াৰ ভেশত প্ৰেমিক

(চ) নাৰী-হৃদয়

'সাহিত্য আৰু প্ৰেম'ৰ প্ৰবন্ধসমূহ 'আবাহন', 'জয়ন্তী' আদিত প্ৰকাশ পাইছিল। সেইবোৰ ড° বিৰিঞ্চি কুমাৰ বৰুৱাই সংগ্ৰহ কৰি গ্ৰন্থাকাৰে প্ৰকাশৰ দিহা কৰে। এই গ্ৰন্থখনৰ প্ৰকাশে যে ডেকা সাহিত্য-সেৱকসকলৰ কল্পনাৰ পৰিসৰ বহলোৱাত সহায় কৰিব সেই কথা ড° কাকতিয়ে পাতনিত আশা কৰিছে। এই গ্ৰন্থখন প্ৰথম প্ৰকাশ পায় ২৮ মে, ১৯৪৮ চনত।

ৰহস্যবাদ, অতীন্দ্ৰিয়বাদ আদি ভাববাদসমূহৰ অন্তৰালত যে কবি-সাহিত্যিক সকলৰ অন্তৰৰ গভীৰ চিন্তাৰ দিশ পোহৰাই তোলাৰ বাৰ্তাৰ আছে, তেনেবোৰ কথাই এই প্ৰবন্ধসমূহত প্ৰকাশ পাইছে। নাৰীহৃদয়ৰ কিবা নিজা গোপন বাৰ্তাৰ যদি আছে, তাকো দিবলৈ যত্ন কৰিছে ড° কাকতিয়ে। সেইদৰে নাৰী আৰু পুৰুষৰ চিন্তাধাৰাৰ কিবা প্ৰভেদ যদি আছে তাৰো মীমাংসা বিচাৰিছে। দেশ-বিদেশৰ বিভিন্ন দেশৰ কাহিনীৰ অৱতাৰণা কৰি ড° কাকতিয়ে গভীৰ জ্ঞানৰ পৰিচয় দাঙি ধৰিছে। ড° কাকতিয়ে আলোচনা কৰা বিষয়সমূহৰ চমু আভাস তলত দাঙি ধৰা হ'ল।

**নিশাদূত ঃ**

কালিদাসৰ 'মেঘদূত'ৰ প্ৰভাৱত দেশ-বিদেশত বহুতো কাহিনী গঢ়ি উঠিছিল। 'মেঘদূত'ৰ প্ৰভাৱত ধোয়ী কবিৰ 'পবনদূত', ৰূপ গোস্বামীৰ 'পবনদূত', কৃষ্ণ সাৰ্বভৌমৰ 'পদাঙ্কদূত', মাধৱ কবীন্দ্ৰৰ 'উদ্ধৱ দূত', ৰচিত হৈছিল বুলি কাকতিয়ে প্ৰবন্ধটোত উল্লেখ কৰিছে। দূত কবিতা বৈদিক যুগৰে পৰা চলি আহিছে। ঋগ বেদত এটি প্ৰণয়ৰ দূত কবিতাৰ সূক্ত আছে। এই সূক্ত ভিত্তি কৰি শৌণকে দূহদ্দেৱতা গ্ৰন্থত নিশাদেৱীক দূত হিচাপে পঠোৱা আখ্যান এটিৰ বৰ্ণনা দিছে।

পূৰ্বণ কালত দাৰ্ভ্য ৰথবীতি নামৰ এজন ৰাজৰ্ষিয়ে যজ্ঞ কৰিবৰ মনেৰে অত্ৰি ঋষিৰ ওচৰলৈ গৈ অত্ৰিপুত্ৰ অৰ্চনানক যজ্ঞৰ পুৰোহিত কৰি আনিলে। অৰ্চনানৰ লগত তেওঁৰ পুত্ৰ শ্যাবাশ্যাও যজ্ঞলৈ গ'ল। যজ্ঞৰ কাম চলি থাকোতেই ৰাজকন্যাক দেখি অৰ্চনানে ভাবিলে—'এই ছোৱালী জনীক বোৱাৰী কৰি নিব পৰা হ'লে'। ঋষিপুত্ৰ শ্যাবাশ্যায়ো ৰাজকুমাৰীৰ লগত ভোল গৈ ৰজাক ক'লে

—"ৰাজন ছোৱালী মোলৈ দিয়ক"। ৰজা আৰু ৰাণীয়ে পৰামৰ্শ কৰি ক'লে—"বেদমন্ত্ৰ দেখোঁতাক বাদে আনক ছোৱালী বিয়া নিদিয়ে"। শ্যাবাশ্য বেদমন্ত্ৰ ৰচোঁতা নাছিল, গতিকে যজ্ঞ শেষ কৰি দুখ মনেৰে ঘূৰি আহিল, কিন্তু মনটো ছোৱালী জনীতে লাগি থাকিল।

ইতিমধ্যে শাবাশ্যাই মন্ত্ৰ ৰচনা কৰি ঋষিত্ব লাভ কৰিলে। এই বাতৰি জনাবলৈ ৰজা ৰথবীতিলৈ নিশা দেৱীক দূতে নিযোগ কৰিলে। শেহত ৰাজ-কন্যাক শাবাশ্যালৈ বিয়া দিয়া হ'ল।

কাকতিয়ে মন্তব্য কৰিছে—"প্ৰণয়ৰ এই দৌত কবিতাত আদিম যুগৰ সকলো সৰলতা, কোমলতা, নিষ্পাপতাৰ সমাবেশ আছে। পিছৰ কালৰ উদ্দাম বাসনা, প্ৰণয়িনীৰ অঙ্গ-ভঙ্গীৰ লোলুপ ধ্যান আদি ইয়াত নাই। সমস্ত আখ্যানটো যেন পুৰাৰ নিয়ৰত তিতি থকা বগা ফুল এপাহি।"

ড' কাকতিয়ে প্ৰেমৰ কাহিনীৰ লগতে ঋষি পদবীৰ বিষয়ে কৈছে—"যি সকল মহাপুৰুষে আধ্যাত্মিক সত্য উপলব্ধি কৰি, সেই সত্য প্ৰচাৰ কৰিছিল, তেওঁলোকক ঋষি বোলা হৈছিল। ঋষি শব্দৰ ধাতুগত অৰ্থ হৈছে দ্ৰষ্টা বা দেখোঁতা।" জগতত চলি থকা সত্যক ঋষিসকলে আবিষ্কাৰ কৰি পোহৰৰ বাটলৈ আনে। প্ৰাচীন কালত সাধাৰণ পণ্ডিততকৈ ঋষিৰ স্থান ওপৰত আছিল।

**পণ্ডিতৰ ভূমাস্পৃহা:**

ড' বাণীকান্ত কাকতিয়ে 'পণ্ডিতৰ ভূমাস্পৃহা' নামৰ প্ৰবন্ধত এনে এগৰাকী বিৰল প্ৰতিভাৰ অধিকাৰীৰ হৃদয়ৰ গভীৰ অনুভূতিৰ বিষয়ে আলোচনা কৰিছে—যাক সাধাৰণ দৃষ্টিৰে এক বুজিব নোৱাৰা সাঁথৰ যেন লাগে। কিন্তু এই অনুভূতি ইউৰোপীয় দৃষ্টিত আচহুৱা যেন লাগিলেও ভাৰতীয় দৃষ্টিত চিৰপৰিচিত।

"ছুইটজাৰ্লেণ্ডৰ জেনেভা নগৰত ১৮২১ খ্ৰীষ্টীয় শকত ফেডাৰিক আমিয়েলৰ জন্ম হয়।" সৰুতে পিতৃ-মাতৃৰ বিয়োগ হোৱাত আমিয়েল পিতৃ-মাতৃ স্নেহৰ পৰা বঞ্চিত হৈছিল। ইয়াৰ ফলতে বোধহয় তেওঁ বন্ধু-বান্ধৱৰ লগত সহজ হ'ব নোৱাৰিলে, তেওঁ গোটেই জীৱন অবিবাহিত হৈ কটাই দিয়ে। তেওঁ উচ্চ-শিক্ষালাভ কৰি জেনেভা বিশ্ববিদ্যালয়ৰ অধ্যাপক হৈছিল; কিন্তু তেওঁ জীৱন কালত লেখা-পঢ়া বা গভীৰ অধ্যয়ন আদিৰ কামত উৎসাহ দেখুৱাব

পৰা নাছিল। ইয়াৰ ফলত তেওঁৰ বন্ধু-বান্ধৱসকল হতাশ হৈছিল। তেওঁৰ মৃত্যুৰ পাছত তেওঁৰ Journal Intime 'অন্তপ্ৰাণৰ ডায়েৰী' পোৱা গৈছে। এই ডায়েৰীখনত থকা বিজ্ঞান, সাহিত্য, সমাজনীতি আদিৰ কথাবোৰ মূল্যবান বুলি পণ্ডিতসমাজে স্বীকৃতি দিছে। কিন্তু তেওঁ জীৱিত কালত 'তেওঁৰ প্ৰতিভাৰ অনুৰূপ কোনো গৌৰৱময় আলোচনাত হাত দিয়া নাছিল।' সেইটোৱেই আচৰিত কথা। তেওঁ বাস্তৱ জগতৰ বৈষয়িক দিশত পিঠি দি প্ৰকৃতি জগতৰ লগত এক মধুৰ সম্বন্ধ স্থাপন কৰিছিল। ৰবাৰ্ট'ৰ প্ৰতি প্ৰেমত মতলীয়া হৈ, তেওঁ বোধহয় প্ৰকাশ কৰিব নোৱাৰা আনন্দত নিমজ্জিত হৈ আছিল।

## সৌন্দৰ্যৰ প্ৰতাৰণা:

ড বাণীকান্ত কাকতিয়ে নাৰী বিষয়ক বহুতো কথা তেওঁৰ বিভিন্ন লেখনীৰ মাজেৰে প্ৰকাশ কৰিছে। বেদৰ নাৰী ঋষি, উপনিষদ, পুৰাণ, আখ্যান আদিৰ বহুতো নাৰী বিষয়ক কাহিনীৰ কথা উল্লেখ কৰিছে বিভিন্ন ৰচনাত। সেইদৰে ইউৰোপীয় জগতৰ হেলেন, ক্লিওপেট্ৰা আদিৰ কথাও উল্লিখিত হৈছে তেওঁৰ ৰচনাত। বিয়েট্ৰীচৰ প্ৰেমৰ কাহিনীৰ লগত তুলনা কৰি লেখিছে চণ্ডীদাসে প্ৰেমিকা ৰামী ধুবুনীৰ প্ৰেমত পৰি কি স্বৰ্গীয় সুখ লাভ কৰিছিল। কাকতিয়ে আকৌ লেখিছে নাৰীৰ অন্তৰ বেদীৰ পৰা ওলাই অহা গভীৰ অনুভূতিৰ কথা হেলইছাৰ প্ৰণয় কাহিনীৰ জৰিয়তে। নাৰীৰ সৌন্দৰ্যই পুৰুষক আকৰ্ষণ কৰি পুৰুষক যিদৰে তিল তিলকৈ ধ্বংস কৰে, সেইদৰে নাৰী-সৌন্দৰ্যৰ অনুপ্ৰেৰণাত বহুতো কবিয়ে অমৰ সাহিত্য ৰচনাও কৰি গৈছে। ডাণ্টে বিয়েট্ৰীচৰ অমৰ প্ৰেমৰ ফলত অমৰ কাব্য ডিভাইন কমেডি ৰচিত হৈছিল, সেইদৰে অসমৰ অম্বিকাগিৰী ৰায়চৌধুৰীৰ মানৱী প্ৰেমৰ উত্তৰণ ঘটি ঐশ্বৰিক প্ৰেমলৈ গতি কৰিছিল, ফলত তুমি কাব্যৰ জন্ম হৈছিল।

'সৌন্দৰ্যৰ প্ৰতাৰণা' প্ৰবন্ধত এগৰাকী বিৰল প্ৰতিভাৰ শিল্পীয়ে এগৰাকী চলনাময়ী নাৰীৰ সৌন্দৰ্য আৰু কামনাত ডুব গৈ কি দৰে ধ্বংসৰ মুখলৈ গতি কৰিলে তাৰেই কৰুণ কাহিনী ড কাকতিয়ে বৰ্ণনা কৰিছে। তেওঁ কৈছে—"যি সকলৰ মনত সৌন্দৰ্য কেৱল জগত জুৰি থকা অতীন্দ্ৰিয় সত্তা, তেওঁলোকৰ প্ৰতি সুন্দৰী তিৰোতা কেৱল আদৰ্শ সৌন্দৰ্যৰ প্ৰতীক মাথোন।" আকৌ— "সৌন্দৰ্য-বুভুক্ষা বোলিয়া ইন্দ্ৰিয় সেৱাৰ নামান্তৰ মাথোন, তেতিয়াই দানহ

মূর্তি ধাৰণ কৰি মনত বিভীষিকাপূৰ্ণ ধূমুহা মেলি দি আদৰ্শ আৰু আকাংক্ষাৰ পুলি-পোখা মষিমূৰ কৰে।"

১৪৮৬ খ্ৰীষ্টাব্দত ইটালী দেশত এপিন্ড্ৰিয়া নামৰ এগৰাকী প্ৰতিভাৱান শিল্পীৰ জন্ম হয়। লুক্ৰেজীয়া নামৰ এগৰাকী অসতী তিৰোতাৰ কবলত পৰি শিল্পী জনাই ৰাজ সন্মান পৰ্যন্ত বিসৰ্জন দি নিকৃষ্ট মানুহৰ দৰে জীৱন যাপন কৰি অৱশেষত এদিন মৰি থাকিল।

কাকতিয়ে কৈছে—"এপিন্ড্ৰিয়াৰ ভাগ্যতো ৰজা-মহাৰজাৰ কৃপা লাভ ঘটিছিল। কিন্তু 'স্বপ্নোনানু মায়ানু মতিভ্ৰমোনু'—সপোন নে মায়া, নে মতিভ্ৰম। কিহৰ বাবে তেওঁৰ জীৱন বিৰাট নিষ্ফলতাত পৰিণত হ'ল।"

ড° কাকতিৰ এই প্ৰবন্ধত নাৰীৰ মোহিনী শক্তিৰ জুইত কি দৰে বিৰাট প্ৰতিভা জাহ গ'ল তাৰ কৰুণ বৰ্ণনা প্ৰকাশ পাইছে।

## কবিৰ অহৈতুকী প্ৰীতি :

প্ৰেমৰ জগতত বা সাধনাৰ জগতত এনে কিছুমান ঘটনা ঘটে যিবিলাকৰ সত্যা-সত্য নিৰ্ণয় কৰাটো সাধাৰণ মানুহৰ পক্ষে অসম্ভৱ হৈ পৰে। ড° কাকতিয়ে এনে ধৰণৰ কিছুমান কথা 'কবিৰ অহৈতুকী প্ৰীতি' প্ৰবন্ধত আলোচনা কৰিছে।

সহজীয়া বৈষ্ণৱসকলে পৰাঙ্গনা প্ৰীতিক সাধনাৰ মুখ্য উপকৰণ বুলি লয়। কিন্তু সাধাৰণ 'অভকত অবৈষ্ণৱ' সকলে ই ধৰ্মৰ নামত চলা সম্ভোগ লিপ্সাৰ বাহিৰে আন একো নহয় বুলি ভাবে। কিন্তু চণ্ডীদাসে যেতিয়া কয়—

ৰজকিনী ৰূপ, কিশোৰী স্বৰূপ, কাম গন্ধ নাহি তায়।
না দেখিলে মন, কৰে উচাটন, দেখিলে পৰান জুৰায়॥
তুমি ৰজকিনী, আমাৰ ৰমণী, তুমি হওঁ পিতৃ-মাতৃ
ত্ৰি সন্ধ্যা যাজন, তোমাৰি ভজন, তুমি দেব মাতা গায়ত্ৰী।

তেতিয়া সাধাৰণ লোকৰ বাবে অবোধ্য যেন লাগে। অথচ মিছা বুলি উৰুৱায়ো দিব নোৱাৰি। চণ্ডিদাসে প্ৰেমৰ যি আবেগেৰে কাব্য ৰচনা কৰিছে, সেই একে আবেগেৰে ডান্টেই বিয়েট্ৰীছৰ প্ৰেমত পৰি অমৰ কবিতা ৰচনা কৰিছে। এই প্ৰেমত কামনাৰ গোন্ধ নাই। সেইটো কবিৰ অহৈতুকী প্ৰেম। শেষত কাকতিয়ে কৈছে—"কবিৰ মনত প্ৰেম আৰু বিশ্বশক্তি অভিন্ন পদাৰ্থ।"

**ভাৰবীয়াৰ ভেশত প্ৰেমিক ঃ**

ড° বাণীকান্ত কাকতিয়ে 'হৰিবংশ'ৰ পৰা এটি কাহিনী আনি 'ভাৰবীয়াৰ ভেশত প্ৰেমিক' নামৰ প্ৰবন্ধটো ৰচনা কৰিছে।

বজ্ৰনাভ নামৰ দৈত্য এজনে ব্ৰহ্মাৰপৰা বৰ লাভ কৰিলে—বজ্ৰনাভ দেৱতাৰ অবধ্য হ'ব, কিন্তু দেৱপুত্ৰ প্ৰদ্যুম্নৰ হাতত মৃত্যু হ'ব।

ব্ৰজ্ৰনাভৰ প্ৰভাৱতী নামৰ এগৰাকী কন্যা আছিল। এওঁ প্ৰদ্যুম্নৰ গুণ-যশৰ কথা শুনি এওঁকেই স্বামী হিছাপে পাবলৈ মনে মনে ভাবি আছিল। সেই সময়ত ভদ্ৰ নামৰ নট এজনে ঋষিৰপৰা বৰ লাভ কৰি চিৰযুৱা, নিৰোগী, কাৰো-হাতত মৃত্যু নোহোৱা, সপ্তদ্বীপা পৃথিৱীত অবাধ গতি আৰু যাৰে তাৰে ভাও দিব পৰা ক্ষমতা লাভ কৰিছিল।

প্ৰভাৱতীয়ে প্ৰদ্যুম্ন ভাল পোৱা বুলি জানি কৃষ্ণৰ পৰামৰ্শত ইন্দ্ৰই এজাক ৰাজ হাঁহ বজ্ৰনাভৰ অন্তেষপুৰৰ পুখুৰীলৈ পঠাই দিলে। শুচিমুখী নামৰ হাঁহ এজনীৰ লগত প্ৰভাৱতীৰ বন্ধুত্ব হ'ল। শুচিমুখীয়ে প্ৰভাৱতীৰ দূত হৈ স্বাৰকালৈ আহিল। শ্ৰীকৃষ্ণই প্ৰদ্যুম্নক ভদ্ৰ নটৰ বেশেৰে বজ্ৰনাভৰ ৰাজ্যলৈ পঠালে। প্ৰদ্যুম্ন আৰু প্ৰভাৱতীৰ গোপনে গান্ধৰ্ব বিবাহ সম্পন্ন হ'ল। শেহত বজ্ৰনাভে সকলো কথাৰ সম্ভেদ পালে আৰু প্ৰদ্যুম্নৰ হাতত নিহত হ'ল।

ইয়াত ৰাজ হাঁহে প্ৰণয়ৰ দৌত্য কৰিছে আৰু ইয়াৰ আন আকৰ্ষণ ছদ্মবেশী ভাৰবীয়া।

পুৰাণ আখ্যান আদিত প্ৰেমৰ বাৰ্তাৰ বহন কৰিবলৈ নানা জনক দূত হিছাপে পঠোৱাৰ বহুতো কাহিনী আছে। প্ৰেমিকে নানা ভেশ ধৰি প্ৰেমিকাৰ ওচৰলৈ যোৱাৰ কাহিনীও বিৰল নহয়। ড কাকতিয়ে সহজ-সৰল ভাবে এই কাহিনীটো উত্থাপন কৰি প্ৰেমৰ বিচিত্ৰ ৰূপৰ বৰ্ণনা দিছে।

**নাৰী-হৃদয় ঃ**

বৰ্তমান সময়ত নাৰী মুক্তি, নাৰী স্বাধীনতা, নাৰীবাদ, নাৰীৰ মন, নাৰীৰ ব্যক্তিত্ব আদি বিষয়ৰ নানা আলোচনা, লেখ-মেলা আদি চলি আছে। নাৰীবাদ, নাৰীমুক্তি আদিৰ বিশ্বব্যাপী নানা সংগঠন আৰু অনুষ্ঠানো হৈছে। বাংলাদেশৰ তছলিমা নাছৰিনে নাৰী মুক্তি কাৰণে কাপ হৈ উঠিছে, ফলত মৌলবাদী সকল আগ্ৰহী হৈছে। অসমৰ সাহিত্য জগততো নাৰীবাদ, নাৰী মুক্তি বিষয়ক

সাহিত্য ৰচনা হ'ব ধৰিছে। বহুতো প্ৰতিভা সম্পন্না মহিলা লেখিকাই হাতত কলম তুলি লৈ বিবিধ সাহিত্য ৰচনা কৰি আছে। কিন্তু এই বোৰ সাহিত্য যে পুৰুষ লেখকে লেখা সাহিত্যতকৈ কিবা বেলেগ সেই কথা প্ৰতিপন্ন হোৱা নাই। পুৰুৰ সত্তাতকৈ নাৰী সত্তা কোনখিনিত বেলেগ, সেই কথা মহিলা লেখিকাই স্পষ্টকৈ দাঙি ধৰিব পৰা নাই। কিন্তু এই চেষ্টা বহুদিনৰ পৰা অব্যাহত আছে।

অসমীয়া সাহিত্য জগতত ড° বাণীকান্ত কাকতিয়ে পোন প্ৰথমে বিভিন্ন প্ৰবন্ধৰ জৰিয়তে নাৰীৰ সুকীয়া মন বা হৃদয় আছে নে নাই সেই কথা নাৰী সংক্ৰান্ত বিভিন্ন কাহিনীৰ মাজেৰে চাইছে। ইয়াৰ ভিতৰত 'নাৰী-হৃদয়' নামৰ আলোচনাত এগৰাকী নাৰীৰ মনৰ গভীৰ অনুভূতিৰ বৰ্ণনা দিছে।

'নাৰী-হৃদয়' প্ৰবন্ধত আলোচনা কৰা কথাখিনিৰ থুলমূল বিবৰণ দাঙি ধৰা হ'ল।—কথা সাহিত্যত পুৰুষৰ মুখত যিবোৰ বচন থাকে, সেইবোৰত পুৰুষৰ মনৰ ভাব প্ৰকাশ হয় বুলি ক'ব পাৰি, কিন্তু মহিলাৰ বিষয়ে যিবোৰ কথা লেখা হয়, তাত মহিলাৰ মনৰ সঁচা খবৰ থাকে নে নাথাকে ঠিৰাংকৈ কোৱা টান। আনকি নাৰী লেখিকাৰ ৰচনাতো নাৰী মনৰ প্ৰকৃত ছবি প্ৰকাশ নাপায় বুলি বহুতৰে সন্দেহ, কাৰণ নাৰীসকল পুৰুষৰ দ্বাৰা প্ৰভাৱান্বিত।

ঊনৈশ শতিকাৰ আৰম্ভণিৰ পৰা ইংৰাজী সাহিত্যত প্ৰভাৱশালী মহিলা লেখিকা ওলাইছে, কিন্তু সেইবোৰতো পুৰুষৰ প্ৰভাৱ। নাৰীমনৰ প্ৰকৃত স্বৰূপ কি এই লৈ কাকতিৰ মনত কৌতুহলৰ সৃষ্টি হৈছে। শক্তিশালী নাৰী লেখিকা নোলায় মানে নাৰীৰ মনৰ প্ৰকৃত স্বৰূপ নোলাব।

ড° কাকতিয়ে উল্লেখ কৰা কাহিনীটো হ'ল—ইউৰোপৰ মধ্যযুগত ১০৭৯ খৃঃত পীয়াৰে আবেলাৰ্ডৰ জন্ম হয়। তেওঁ ভাৰতৰ শংকৰাচাৰ্য্যৰ দৰে বিদগ্ধ পণ্ডিত আছিল। কিন্তু তেওঁ Historica Calamitatum 'দুৰ্ভাগ্যৰ সোৱঁৰণী' বোলা আত্মজীৱনী খনৰ বাবেহে বিখ্যাত।

আবেলাৰ্ডে হেলইছা নামৰ এগৰাকী ছোৱালীক ভাল পাই অবৈধ প্ৰেমত মত্ত হৈ অধ্যাপনাৰ কামত অৱহেলা কৰিব ধৰিলে। হেলইছাৰ এটি অবৈধ সন্তান উপজিল। এইবোৰ কথাত হেলইছাৰ দদায়েকে বেয়া পালে। আবেলাৰ্ডে হেলইছাক বিয়া কৰাব খোজে; কিন্তু তাত হেলইছাৰ আপত্তি, কাৰণ বিয়া কৰালে আবেলাৰ্ডে একাগ্ৰপতীয়াকৈ পঢ়াশুনা কৰিব নোৱাৰিব আৰু দদায়েকেও

ইয়াৰ প্ৰতিশোধ ল'ব। কিন্তু তেওঁলোকৰ বিয়া হ'ল আৰু হেলইছাক ওৰণি নোলোৱাকৈ মঠত ভিক্ষুণীৰ বেশত ৰাখিলে। কিন্তু দদায়েক আবেলাৰ্ডক 'ভগ্নমুষ্ক' কৰি অপদস্থ কৰিলে। এই কথাত হেলাইছা মৰ্মাহত হৈ ওৰণি লৈ চিৰভিক্ষুণী হ'ল। আবেলাৰ্ডেও লাজ অপমানত চিৰ ভিক্ষুক হৈ আন এটা মঠত থাকিবলৈ ল'লে। এই মঠতেই আবেলাৰ্ডে 'দুৰ্ভাগ্যৰ সোঁৱৰণী' ৰচনা কৰে। এইখন পঢ়ি হেলইছা বিচলিত হ'ল। অন্তৰ উজাৰি আবেলাৰ্ডলৈ এখন চিঠি লেখিলে। ইয়াত নাৰী হৃদয়ৰ বহুতো গোপন কথা প্ৰকাশ পাইছে—

—"যদি ৰোমৰ সম্ৰাট অগাষ্টাছে মোক অৰ্ধ সাম্ৰাজ্যেশ্বৰী পাতিম বুলি বিয়া কৰাব খুজিলহেঁতেন তথাপি ঈশ্বৰক সাক্ষী ৰাখি মই ক'ব পাৰো— তোমাৰ লগত ৰক্ষিতা সম্বন্ধহে মোৰ মনঃপূত হ'লহেঁতেন। চহকী আৰু শক্তিমান হ'লেই মানুহ শ্ৰেষ্ঠ নহয়। চহকী হোৱাটো সৌভাগ্য হ'ব পাৰে, কিন্তু তোমাৰ হৈছে গুণীৰ অৱস্থা। যি তিৰোতাই দুখীয়াতকৈ চহকী স্বামীহে বিচাৰে, তেওঁক স্নেহ নিদি টকাহে দিব লাগে।" এই চিঠি পাই আবেলাৰ্ডে যি প্ৰত্যুত্তৰ দিছিল তাত আবেলাৰ্ডৰ কোনো ব্যক্তিগত কথা প্ৰকাশ পোৱা নাছিল। আবেলাৰ্ডৰ চিঠি পঢ়ি হেলইছা হতাশ হ'ল আৰু অন্তৰ উজাৰি মনৰ কথা ব্যক্ত কৰি আকৌ চিঠি লেখিলে। ড° কাকতিয়ে তাক নাৰী জীৱনৰ আত্ম চৰিত' বুলিছে।

ড° কাকতিয়ে হেলইছাৰ প্ৰেমৰ বিষয়ে কৈছে- "তেওঁৰ প্ৰেম আজলীৰ খন্তেকীয়া মোহ নহয়, নাইবা প্ৰতাৰিকাৰ আত্মগ্লানিৰ কাৰণ নহয়। ই প্ৰচ্ছন্ন কাম লিপ্সা নহয়, অথচ তাৰ ভিতৰতে কাম ভাব আছে। ই আবেলাৰ্ডৰ গৌৰৱত নিজক গৌৰৱান্বিত কৰিবলৈ প্ৰীতিৰ অভিনয় নহয়, ই জাগ্ৰত বোধশক্তিৰ ওপৰত প্ৰতিষ্ঠিত অথচ বোধশক্তিক অতিক্ৰম কৰি কল্পনা আৰু অনুভূতিৰ ৰাজ্য ভেদ কৰি চলিছে। আবেলাৰ্ডৰ আত্ম বিলোপত তীব্ৰ বিষধ কুকুৰা চৰাইৰ দৰে হিয়াৰ বিননি যি চিঠিত প্ৰকাশ কৰিছিল তাক নাৰী হৃদয়ৰ চিৰন্তন গাথোক্তি বুলিব পাৰি।" আকৌ "ই সকলো সাংসাৰিক সুখৰ আশাৰ পৰা বিচ্ছিন্ন উদং নাৰী হিয়াৰ আত্ম চৰিত।"

ড° কাকতিৰ এই প্ৰবন্ধটোৱে বৰ্তমান কালৰ নাৰী লেখিকা সকলকো, নাৰী হৃদয়ৰ গোপন কথা লেখনিৰ মাজত প্ৰকাশ কৰিবলৈ উৎসাহ যোগাব।

অসমত ব্ৰাহ্মণ, কায়স্থ আৰু কলিতাসকলক উন্নত জাতি বুলি সামাজিক মৰ্যাদা দিয়ে। ব্ৰাহ্মণসকলৰ ইতিবৃত্ত পুৰণি কালৰপৰাই পোৱা যায়। অসমৰ কায়স্থসকল শূদ্ৰ। এই সকল বিভিন্ন সময়ত ভাৰতৰ অন্যান্য ঠাইৰপৰা আহি অসমত থিতাপি লয়। দুৰ্লভনাৰায়ণৰ দিনত সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থলোক কামৰূপলৈ অনাৰ কথা পোৱা যায়। অৱশ্যে তাৰ আগৰ পৰাই যে অসমলৈ ব্ৰাহ্মণৰ প্ৰবজন হৈছিল, সেই কথা ক'ব পাৰি। কিন্তু কলিতাসকল কামৰূপলৈ ক'ৰপৰা কেতিয়া কেনেকৈ অসমলৈ আহিল এই কথাৰ শেষ মিমাংসা এতিয়াও হোৱা নাই বুলি ক'ব পাৰি। পৰশুৰামে কামৰূপলৈ আহি কুণ্ডত স্নান কৰি মাতৃ হত্যাৰ পাপৰ কাৰণে হাতত লাগি ধৰা কুঠাৰখন এৰুৱাব পাৰিছিল। তাৰ আগতে পৰশুৰামে একৈশবাৰ পৃথিৱী ভ্ৰমণ কৰি সকলো ক্ষত্ৰিয়ক নিধন কৰি ফুৰিছিল। পৰশুৰাম কামৰূপলৈ আহোতে কামৰূপৰ ক্ষত্ৰিসকলে নিজকে আত্মগোপন কৰিলে। ক্ষত্ৰিয় কুল লুপ্ত হোৱা কাৰণে, কুললুপ্তৰ পৰা কলিতা হ'ল বুলি এটা প্ৰবাদ সৃষ্টি হ'ল। কিন্তু জাতি-তত্ত্ব, নৃতত্ত্ব, ঐতিহাসিক, ভৌগোলিক আদি দৃষ্টিকোণৰপৰা কলিতা জাতিৰ উৎপত্তি সম্পৰ্কে বৰ বেছি বৈজ্ঞানিক দৃষ্টিভংগীৰ আলোচনা হোৱা নাই বুলি ক'ব পাৰি। ঊনবিংশ শতিকাত বি. এইচ্-বেডেন পাৱেল, মণ্টগমেৰি মাৰ্টিন, জন ব্ৰায়ান নিউফভিল আদিয়ে কলিতা সম্পৰ্কে আলোচনা নকৰা নহয়। কিন্তু আলোচনা সমূহ আংশিক হে। কুৰি শতিকাত লেখা প্ৰবন্ধৰ ভিতৰত উল্লেখযোগ্য কনকলাল বৰুৱাৰ এটি প্ৰবন্ধ আৰু ড° বাণীকান্ত কাকতিয়ে ১৯৩৯ চনত New Indian Antiquary গৱেষণা পত্ৰত 'The Kalita Cast of Assam' প্ৰবন্ধ লেখে। তাৰপাছত তেওঁ ১৯৪৩ চনত কলিতা জাতিৰ ইতিবৃত্ত প্ৰকাশ কৰে।

কলিতা জাতি সম্পৰ্কে ডিম্বেশ্বৰ নেওগ দেৱেও গৱেষণামূলক আলোচনা কৰিছে। আৰ্য গোষ্ঠীৰ আন এটা দল 'আলপাইন'সকল অসমত প্ৰবেশ কৰিছিল। এওঁলোকে হিমালয়ৰ পাদদেশ বা উত্তৰ ফালেৰে আহি পূবফালেৰে অসমত সোমাইছিল। এই সকল অসমলৈ অহা প্ৰাচীনতম লোকো হ'ব পাৰে। 'আলপাইন' আৰ্যসকলেই কলিতা বুলি এটা মত প্ৰচলন হৈছে।

ড০ বাণীকান্ত কাকতিয়ে 'কলিতা জাতিৰ ইতিবৃত্ত'ৰ ভাষিক, পুৰাতাত্ত্বিক, ভৌগোলিক, জাতিতাত্ত্বিক, ঐতিহাসিক আদি বিভিন্ন দৃষ্টিভঙ্গীৰে 'কলিতা' জাতিৰ বিষয়ে আলোচনা কৰিছে। ড০ কাকতিয়ে ইয়াক নিজে গৱেষণা নুবুলি ৰচনাহে বুলিছে; কিন্তু ইয়াত গৱেষণাৰ সমল গোট খাইছে। ইয়াৰোপৰি কাকতিয়ে 'কলিতা' সম্পৰ্কে বিভিন্ন পণ্ডিতে আলোচনা কৰা কথা বিলাককো তথ্যাভিত্তিত গ্ৰহণ কৰিছে।

কোনো ধৰণৰ তুলনামূলক আলোচনালৈ নগৈ ড০ কাকতিয়ে আলোচনা কৰা কথাখিনিৰ এটি চমু আভাস দাঙি ধৰা হ'ল।—

ড০ কাকতিয়ে কলিতাসকলক কোনো বৃত্তিমূলক জাতি বুলি কোৱা নাই; ইয়াক এটা ফৈদ, কুল বা Clan বুলিহে কৈছে। কলিতা শব্দৰ বিভিন্ন ৰূপ— কলিতা, কোলিতা, কুলিতা, কোলতা, কোল্‌তা, কুল্‌তা, কল্‌তা। চৰিত পুথিত কোলতা আৰু কলিতা—দুয়োটাই আছে। অসমৰ বাহিৰেও নেপাল আৰু ভাৰতবৰ্ষৰ বহুতো ঠাইত কলিতা আছে।

"কলিতা জাতিৰ মানুহ চাবেক অধিবাসী নহয়।" ব্ৰাহ্মণ, কায়স্থ, কলিতা আদিক বাহিৰৰ পৰা আনি অসমত স্থাপন কৰাৰ কথা বুৰঞ্জীত আছে। শৰৎচন্দ্ৰ গোস্বামীয়ে এটি ইংৰাজী প্ৰবন্ধত "কলিতাসকল এসময়ত এটি প্ৰতাপী জাতি আছিল আৰু হিমালয়ৰ দাঁতিত ৰাজত্ব কৰিছিল" বুলি কৈছে।

কথাগুৰু-চৰিত মতে ভবানীপুৰীয়া গোপাল আতাৰ পূৰ্বপুৰুষ আছিল কলিতা দেশত। 'আতাৰ আদি কলিতা দেশত'। "এই কলিতা দেশ পূৰ্ব-উত্তৰ অসমৰ সীমান্ত ভূমিৰপৰা পোন্ধৰ দিনৰ বাটৰ দূৰত আছিল।" অসমৰ উত্তৰ কোলিতা বা কুল্‌তা বুলি এটা পৰাক্ৰমী জাতি আছিল। প্ৰলয়ংকৰী বানত এই দেশ ধ্বংস হৈছে। পূৰ্ব অসমত যে এটা উন্নত আৰ্য উপনিৱেশ আছিল এই কথা তামৰ ফলিৰ পৰাও জনা যায়।

"গুৰু-চৰিত আৰু ইংৰাজ পণ্ডিতৰ মতে শ্ৰীলোহিত নৈৰ পাৰত কোলিতা ৰাজ্য আছিল। শাসনৰ উক্তিয়েও আৰ্য-উপনিৱেশ এখনৰ কথাকেই সমৰ্থন কৰে।"

উৰিষ্যাৰ সোনাই নগৰ, সম্বলপুৰ আদি জিলাত কলিতা মানুহ আছে। নেপালতো কলিতা আছে। অসম, বিহাৰ, উৰিষ্যা, দক্ষিণ ভাৰত আদিতো কলিতা আছে। ড০ কাকতিয়ে B. H. Baden Powell ৰ উদ্ধৃতি দি কৈছে

যে পূৰ্বাণ অসম সৰু সৰু ৰাজ্যত বিভক্ত আছিল আৰু পশ্চিম কালে থকা ৰজা-সকলে বৌদ্ধ ধৰ্ম গ্ৰহণ কৰিছিল। ব্ৰাহ্মণ্যধৰ্মৰ উত্থান হোৱাত এওঁলোকৰ ব্ৰাহ্মণ্য ধৰ্মৰ হাতত পৰাভৱ হৈছিল আৰু দেশে দিশে পলাই ফুৰিছিল। কিছুমানে হিন্দুমত গ্ৰহণ কৰি অসমতে থাকিবলৈ লৈছিল। বৌদ্ধ জন্য বংশৰ বংশধৰসকল কুলিতা বা কলিতা জাতিৰ বুলি পৰিচিত হৈ বিদিশ হৈছে আছে।

পাৰেলৰ মতত ভেজা দি ড° কাকতিয়ে কৈছে যে পূৰ্বতে কলিতাসকল হয়তো বৌদ্ধ আছিল আৰু 'পূৰ্বাণ অসমত কলিতাসকলে আন আন জাতিৰ পৌৰহিত্যৰ কাম কৰিছিল।' ইংৰাজ প্ৰত্নজ্ঞ মাৰ্টিন চাহাবেও কলিতাসকলৰ বিশেষ আধিপত্যৰ কথা উল্লেখ কৰিছে। পশ্চিমবঙ্গৰ কলিতাসকলে পিছত বৰেন্দ্ৰ কায়স্থ বুলি পৰিচয় দিবলৈ লয়। পূৰ্বাণ কামৰূপত ব্ৰাহ্মণসকল "অহাৰ আগত কলিতাসকলৰ মাজত পণ্ডিত লোক আছিল আৰু কলিতা পণ্ডিতেই সকলো সম্প্ৰদায়ৰ মাজত দীক্ষা গুৰু ৰূপে কাম কৰিছিল।"

পূৰ্বাণ অসমত কলিতাসকলৰ প্ৰবল প্ৰতিপত্তি আছিল। ফাৰ্চী পণ্ডিত এজনে তেওঁৰ বুৰঞ্জীত "অসম (উজনি)ৰ অধিবাসীসকল দুই জাতিত বিভক্ত—কলিতা আৰু আহোম" বুলি কৈছে। মাৰ্টিন চাহাবৰ কথা উল্লেখ কৰি কাকতিয়ে কৈছে—নামনি অসমতো কোচ—কলিতা দুটা ভাগ কৰা দেখা যায়।

বৌদ্ধ সাহিত্যত 'কোলিত' বুলি এটি প্ৰসিদ্ধ নাম আছে। বুদ্ধদেৱৰ আবিৰ্ভাৱৰ সময়ত দহখন সৰু সৰু প্ৰজাতন্ত্ৰীয় কৌলিক ৰাজ্য আছিল। কোলিয় এটি পালি শব্দ। ইয়াৰ সংস্কৃতৰূপ কোল্য। কোলিয়সকলৰ প্ৰধান উপজীৱিকা আছিল খেতি। শাক্য বংশত বুদ্ধদেৱৰ জন্ম। কোলিয়সকল বুদ্ধদেৱৰ মাতুল আৰু শহুৰগোষ্ঠীৰ। "বুদ্ধৰ মহাপৰিনিৰ্বাণৰ সময়ত যি আঠোটা ক্ষত্ৰিয় জাতিয়ে বুদ্ধদেৱৰ শৰাস্থিৰ ভাগ পাইছিল" তাৰ ভিতৰত কোলিয় সকলো আছিল।

ড° কাকতিয়ে যুক্তি আৰু বিভিন্ন পণ্ডিতৰ মতামতৰ উদাহৰণেৰে কোলিয়-সকলৰ লগত কলিতাসকলৰ সম্বন্ধ বিচাৰি পাইছে।

কোল নগৰৰ উপস্থিতি : কোল ৰাজ্য উত্তৰ-পূব ভাৰতৰ ( বৰ্তমানৰ অযোধ্যা প্ৰদেশ ) ভিতৰুৱা অঞ্চলত। বেডেন পাৱেলৰ মতে কামৰূপ ৰাজ্যৰ সীমাৰ

প্ৰায়েই বিস্তৃতি ঘটিছিল। হয়তো কোলৰাজ্য—কেতিয়াবা কামৰূপৰ ভিতৰুৱা আছিল।

যোগিনী-তন্ত্ৰত কোলাপুৰ বা কোলানগৰৰ উল্লেখ আছে। এই গ্ৰন্থত কোলানগৰৰ উৎপত্তিৰ কথাও আছে। কোলাপুৰৰ উল্লেখৰ পৰা জনা যায় অসমৰ পশ্চিম অঞ্চলত কলিতাসকলৰ প্ৰতিপত্তি আছিল। পাগ-চাম-জোন-জাং নামক তিব্বতী গ্ৰন্থতো কোলিয়সকলক প্ৰচণ্ড জাতি বুলি কৈছে।

যোগিনীতন্ত্ৰত কোল-নৃপতিৰ কথা উল্লেখ আছে। এই কথা ঐতিহাসিক গ্ৰন্থয়ো সমৰ্থন কৰে। মাৰ্কণ্ডেয় পুৰাণত কুলট, কুলাকলীয়া আৰু এ-ঠেঙ্গীয়া জাতিৰ অৱস্থিতিৰ উল্লেখ আছে। কালিকা পুৰাণত গুপ্ত ক্ষত্ৰিয়সকলৰ কথা উল্লেখ কৰিছে—"পূৰ্বৰ ক্ষত্ৰিয় কিছুমানে পৰশুৰামৰ ভয়ত ম্লেচ্ছ ভেশ লৈ জল্পীশ শিৱত শৰণ লৈছে। তেওঁলোকে সদায় ম্লেচ্ছ-ভাষাত কথা কৈ নিজৰ আৰ্য ভাষা গোপন কৰে।"

ড° কাকতিয়ে ভাষাগত ব্যুৎপত্তি দেখুৱাই কৈছে যে কোলতা, কুল্‌তা, কল্‌তা আৰু কোল, কুল, কল একে শব্দৰেই ৰূপান্তৰ।

নীলধ্বজ, চক্ৰধ্বজ আৰু নীলাম্বৰ এই তিনিজন ক্ষেন বংশৰ ৰজা। খেন জাতিৰ মানুহ এতিয়াও ৰঙ্গপুৰ অঞ্চলত আছে। "প্ৰত্নত্বসকলৰ মতে তেওঁলোকেই অসমৰ কলিতা।" অযোধ্যা অঞ্চলত কোলিয় বুলি এটা জাতি আছে। এইসকলৰ লগত কলিতাসকলৰ কিবা সম্বন্ধ থাকিব পাৰে।

অসমত সৰু কলিতা, বৰ কলিতা আদিৰ উল্লেখ আছে। চৰিত পুথিতো সৰু কলিতা, বৰ কলিতাৰ উল্লেখ আছে। "আগৰ দিনত পশ্চিমৰ পৰা অহা মানুহ মাত্ৰকেই অসমত কলিতা বুলিছিল।"

ড° কাকতিয়ে আগবঢ়োৱা কলিতা জাতিৰ ইতিবৃত্তৰ কথা ওপৰত থুলমূলকৈ উল্লেখ কৰা হ'ল। কলিতা জাতিৰ উৎপত্তি, সামাজিক স্থান, কলিতাসকলৰ শাৰীৰিক গঠন, ধৰ্ম, বাসস্থান, ৰাজ্য আদিৰ বিষয়ে বিভিন্ন দিশৰ পৰা বিচাৰ কৰি চাইছে। ড° কাকতি নিজে কলিতা। কিন্তু তেওঁ সকলো কথা নিৰপেক্ষভাবে আলোচনা কৰি প্ৰকৃত সত্য উদ্ধাৰত ব্ৰতী হৈছে। ড° কাকতিয়ে আলোচনাৰ বাট মুকলি কৰিহে দিছে—অসমীয়া ভাষাত এইবোৰ আলোচনা বাটকটীয়া হিছাপে লৈ নতুন নতুন গৱেষকসকলে গৱেষণাত ব্ৰতী হ'লে হয়তো আৰু বহুতো কথা পোহৰলৈ আহিব।

ড° বাণীকান্ত কাকতিয়ে এই প্ৰবন্ধত পূৰ্বাণ অসমৰ ধৰ্মৰ ধাৰাৰ বিষয়ে মুখ্যতঃ 'কালিকা পুৰাণ' আৰু 'যোগিনী তন্ত্ৰ' গ্ৰন্থৰ আধাৰত আলোচনা কৰিছে। সংস্কৃত ভাষাত ৰচনা কৰা এই গ্ৰন্থ দুখনত পূৰ্বাণ অসমৰ বিস্তাৰিত বিৱৰণ আছে। ড° কাকতিয়ে 'Mother Goddess Kamakhya' আৰু 'পূৰ্বাণ কামৰূপৰ ধৰ্মৰ ধাৰা' গ্ৰন্থত পূৰ্বাণ অসমৰ ধৰ্মৰ বিষয়ে বহলাই আলোচনা কৰিছে। এই আলোচনাত ড° কাকতিয়ে আগবঢ়োৱা আলোচনাৰ চমু বিৱৰণ দিয়া হ'ল।

পূৰ্বাণ অসমত পোন প্ৰথমে শিৱপূজাৰ প্ৰচলন কৰিছিল বুলি 'কালিকা পুৰাণ' আৰু 'যোগিনী তন্ত্ৰ'ৰ পৰা জানিব পাৰি। আহোম যুগৰ আগৰ ৰজা-সকলৰ প্ৰশস্তি পত্ৰত শিৱৰ উল্লেখ আছে। কোচ ৰজাসকল শিৱবংশ আছিল। শংকৰদেৱৰ পূৰ্বপুৰুষসকল শিৱভক্ত আছিল। পূৰ্বাণ কামৰূপৰ অন্তৰ্গত জলপাইগুৰি জিলাত জল্পেশ্বৰ নামৰ এজন ৰজা আছিল। তেওঁৱেই পোন-প্ৰথম শিৱ পূজাৰ প্ৰচলন কৰিছিল।

'কালিকা পুৰাণ' মতে নৰকে নামৰূপৰ অধিপতি হোৱাৰ আগৰপৰাই শিৱই এই অঞ্চল ৰক্ষা কৰি আছিল। আৰ্যসকল এই অঞ্চললৈ অহাৰ আগতে, এই অঞ্চল কিৰাতসকলৰ বাসস্থান আছিল। ড° কাকতিৰ অনুমান মতে কিৰাত সকলে শিৱক পূজা কৰিছিল।

নৰকে এজনা ধৰ্মগুৰুৰ আজ্ঞামতে কামাখ্যাদেৱীৰ প্ৰচলন কৰিলে। তেতিয়াৰ-পৰাই শৈৱ আৰু শাক্তৰ অৰিয়াঅৰি আৰম্ভ হ'ল। নৰকে শিৱভক্ত বাণৰ প্ৰৰোচনাত পৰি পুনৰায় শিৱভক্ত হ'ল। শেহত ভগৱানৰ হাতত নৰকৰ মৃত্যু হ'ল।

ৰজা নৰনাৰায়ণে আহোম ৰাজ্য জয় কৰিবলৈ যাত্ৰা কৰোতে শাস্ত্ৰীয় ৰীতি মতে শিৱপূজা কৰিছিল। কছাৰী সৈন্যসকলে তেওঁৰ আজ্ঞা লৈ ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে কিৰাট ৰীতিৰে শিৱ পূজা কৰিছিল।

নৰকৰ মৃত্যুৰ পাছত পুনৰায় শক্তিপূজাৰ প্ৰচাৰ ঘটিছিল। বৌদ্ধ তন্ত্ৰযানৰ প্ৰভাৱত দেৱীপূজাৰ প্ৰচলন বাঢ়ে। কালিকা পুৰাণত মহাদেৱীৰ ৰূপ ভেদ তাৰা, উগ্ৰতাৰা আদিৰ উল্লেখ আছে। ড° কাকতিয়ে তাৰা, উগ্ৰতাৰা আদিক মহাযোগী বুদ্ধ দেৱতা বুলি কৈছে।

কোচৰজাসকল শিৱভক্ত হ'লেও যোড়শ শতিকাত ৰজা নৰনাৰায়ণে কামাখ্যাৰ নতুন সংস্কাৰ কৰে।

কামাখ্যা, পাৰ্বতী আৰু ত্ৰিপুৰা—মহাশক্তিৰ তিনি ৰূপ। কিন্তু জনজাতীয়সকলৰ বাবে মহাশক্তি ৰূপ তাম্ৰেশ্বৰী জনপ্ৰিয়। তাম্ৰেশ্বৰীৰ আন এটা নাম দিগম্বৰ বাসিনী। এওঁৰ আকৌ দুটা ৰূপ—তীক্ষ্নকান্তা আৰু ললিতকান্তা। এওঁৰ বহু নাম—ইয়াৰ ভিতৰত উগ্ৰতাৰা আৰু একজটা বিখ্যাত। নৰবলি তেওঁৰ প্ৰিয়। ১৮৩৫ চনলৈ জয়ন্তীয়া সকলৰ মাজত নৰবলি আছিল।

ইয়াৰ মাজতে বৈষ্ণৱ ধৰ্মও কৰবাত কৰবাত চলি আছিল। তাৰ ভিতৰত হাজোৰ হয়গ্ৰীৱ ক্ষেত্ৰ আৰু দিকৰবাসিনীৰ লীলাভূমি বাসুদেৱ বিষ্ণুৰ ক্ষেত্ৰ ভূমি আছিল।

"বৈষ্ণৱ ধৰ্মক জনপ্ৰিয় ৰূপ দিয়ে যোড়শ শতাব্দীত শঙ্কৰদেৱে। ইয়াত দীক্ষা বা মন্ত্ৰ নাই, আছে কেৱল ঈশ্বৰত এক শৰণ। উপাস্য দেৱতা শ্ৰীকৃষ্ণ। একান্ত চিত্তে তেওঁৰ নাম স্মৰণেই তেওঁৰ পূজা।"

পুৰণি কালত শৈৱ, শাক্ত বা পাছত বৈষ্ণৱ ধৰ্মই অসমক প্লাৱিত কৰিছে। বৰ্তমান কালত অসমত শৈৱ বা শাক্ত ধৰ্মৰ সামাজিক প্ৰভাৱ কম। অসমত বিশুদ্ধ বৌদ্ধ ধৰ্মৰ প্ৰভাৱ নাই। পিছত তান্ত্ৰিক বৌদ্ধৰ প্ৰভাৱ পৰিছিল আৰু শাক্ত তান্ত্ৰিক একাকাৰ হৈ পৰিছিল।

ড° কাকতিয়ে এই প্ৰবন্ধৰ জৰিয়তে অতি সংক্ষেপতে পুৰণি অসমৰ ধৰ্মৰ এটি চমু বৃত্তান্ত দাঙি ধৰিছে। তেওঁ কোনো বিতৰ্কমূলক কথালৈ নগৈ সহজ-সৰল ভাবে কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰৰ আধাৰত আলোচনা কৰিছে; লগতে তুলনামূলক দৃষ্টিভংগীৰে সৰ্বশেষত শ্ৰীশংকৰদেৱৰ নৱ বৈষ্ণৱ ধৰ্মই অসমীয়া সমাজ জীৱনত এটি সুস্থ আৰু শান্ত ধৰ্মীয় পৰিবেশৰ সৃষ্টি কৰিলে তাক উল্লেখ কৰিছে।

আমি স্কুলীয়া পাঠ্য পুথিত থকা 'নীৰৱ সাধনা' প্ৰবন্ধটো ছাত্ৰাবস্থাতে পঢ়ি বহু কথা জানিব পাৰিছিলোঁ। যি কোনো বিষয়ত উৎকৰ্ষ সাধন কৰিবলৈ হ'লে সাধনাৰ প্ৰয়োজন। ড° কাকতিয়ে নীৰৱে কৰা সাধনাৰ সুফলৰ বিষয়ে সহজ সৰল আৰু প্ৰেৰণাদায়ক ভাষাৰে আলোচনা কৰিছে।

ড° কাকতিয়ে কৈছে যে পৃথিবীৰ বহুতো বিখ্যাত লোকৰ জীৱনৰ আগডোখৰ অতি কষ্টকৰ বা অজ্ঞাত। জীৱনৰ আগডোখৰত তেওঁলোকে কঠোৰ পৰিশ্ৰম কৰি নিজ নিজ ক্ষেত্ৰত লাগি থাকি, শেহত সিদ্ধি লাভ কৰে। কোনোৱে মৃত্যুৰ পিছতহে জনাজাত হয়। চেক্সপীয়েৰ বা কালিদাসৰ জীৱনৰ আগ-ডোখৰৰ বিষয়ে বিশেষ একো জনা নাযায়। সেই দৰে কাৰ্ল মাৰ্ক্স, আব্ৰাহাম লিংকন আদিয়ে সৰুৰেপৰা অতি সাধাৰণ জীৱন যাপন কৰিহে শেহত বিখ্যাত হৈ পৰিছে। তেওঁলোকৰ জীৱনৰ কঠোৰ নীৰৱ সাধনাই তেওঁলোকক মহৎ কৰি জগতত অমৰ কৰি ৰাখিছে।

ড° কাকতিয়ে ছাত্ৰসকলক উপদেশ দি কৈছে যে ভীমৰ গদা দাঙিবলৈ হ'লে প্ৰথমতে ভীমৰ বল অৰ্জন কৰিব লাগে। কঠোৰ সাধনাৰে নিজক উপযুক্ত কৰি লৈহে কাৰ্যক্ষেত্ৰত নামিব লাগে। কোমল বয়সৰ ছাত্ৰ-ছাত্ৰীক কিছুমান সুবিধাবাদী লোকে নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে মন ভুলোৱা কথা কৈ বিপথে পৰিচালনা কৰে। ছাত্ৰৰ প্ৰথম কৰ্তব্য অধ্যয়ন। 'ছাত্ৰানাম অধ্যয়নম তপঃ'। যোগ্য-জনৰ কাৰণেহে পৃথিবীখন। 'যোগ্যা ভোগ্যা বসুন্ধৰা'। ছাত্ৰসকলে কঠোৰ পৰিশ্ৰম কৰি নীৰৱ সাধনা কৰি নিজক উপযুক্ত কৰি লৈ এই বহল পৃথিৱীত নিজৰ প্ৰাপ্য স্থান দখল কৰি ল'ব লাগে।

মৌ মাখিয়ে নানাৰ ফুলৰপৰা মৌ সংগ্ৰহ কৰি মৌচাক নিৰ্মাণ কৰাৰদৰে ছাত্ৰ-সকলেও নানা ঠাইৰ পৰা জ্ঞান সংগ্ৰহ কৰি নিজৰ জ্ঞানৰ ভঁৰাল টনকীয়াল কৰি ল'ব লাগে। কাকতিৰ ভাষাত—"নিজৰ আত্মিক বল থাকিলে আনৰ যোজনা নালাগে,—তেওঁৰ নৈতিক বল দহজনে স্বীকাৰ কৰিব।" নিজৰ ভোগৰ বাবেও সাধনা লাগে। "বয়স আৰু অৱস্থা ভেদে সাধনা বেলেগ বেলেগ।" ছাত্ৰৰ প্ৰধান

কর্তব্য অধ্যয়ন—“ছাত্র বুলি নিজক পৰিচয় দি আত্ম প্রবঞ্চনা বা লোক প্রবঞ্চনা কৰিব নালাগে।”

ড' কাকতিৰ এই প্রবন্ধটো অসমৰ প্রতিজন ছাত্র-ছাত্রীয়ে পঢ়িব লাগে আৰু ই সদায় স্কুলীয়া পাঠ্যপুথিত অন্তর্ভুক্ত হৈ থাকিব লাগে। শিক্ষক আৰু অভিভাৱকসকলেও এই প্রবন্ধৰ তাৎপর্য ছাত্র-ছাত্রীক বুজাই দিব লাগে। বিশেষকৈ বর্তমান সময়ত ছাত্র-ছাত্রী নামধাৰী অধ্যয়ন বিমুখ বা পৰিশ্রম বিমুখ এলেহুৱা তথাকথিত ছাত্র নেতা বা ৰাজপথত আন্দোলনত নমা ছাত্রসকলে ইয়াৰ পৰা বহুতো কথা শিকিব পাৰিব।

ড০ বাণীকান্ত কাকতিয়ে পূৰ্বাণ অসমৰ ধৰ্মৰ বিষয়ে ১৯৪৪ চনৰপৰা 'জয়ন্তী' আলোচনীত লেখিবলৈ লৈছিল। ('The Mother Goddess Kamakhya' গ্ৰন্থৰ আলোচনাত উল্লেখ কৰা হৈছে) ড০ কাকতিয়ে তেওঁৰ মৃত্যুৰ আগতেই এই গ্ৰন্থখন যুগুত কৰি প্ৰকাশৰ বাবে দিছিল; কিন্তু ইং ১৯৫৫ চনত হে প্ৰকাশ পায়। ড০ কাকতিয়ে এই গ্ৰন্থখনৰ পাতনি কৃষ্ণকান্ত সন্দিকৈ দেৱৰদ্বাৰা লেখাবলৈ আশা কৰিছিল। কিন্তু সন্দিকৈ দেৱৰ সময়ৰ অভাৱৰ কাৰণে ড০ কাকতিৰ আশা পূৰণ নহ'ল। ড০ কাকতিৰ The Mother Goddess Kamakhya' ১৯৪৮ চনত প্ৰকাশ পায়। এই দুয়োখন গ্ৰন্থ এখন আনখনৰ পৰিপূৰক।

'পূৰ্বাণ কামৰূপৰ ধৰ্মৰ ধাৰা' গ্ৰন্থত ড০ কাকতিয়ে আলোচনা কৰা বিষয় সমূহৰ চমু উল্লেখ কৰা হ'ল। এই গ্ৰন্থখনত ছয়ত্ৰিশটা প্ৰবন্ধ সন্নিবিষ্ট হৈছে। ড০ কাকতিয়ে প্ৰবন্ধবোৰ লেখোতে বিশেষকৈ 'কালিকা পুৰাণ' আৰু 'যোগিনী তন্ত্ৰ'ৰ সহায় লৈছে।

'আৰ্যাবৰ্ত আৰু পূৰ্বাণ অসম' আলোচনাত ড০ কাকতিয়ে পূৰ্বাণ অসমৰ স্থিতি সম্পৰ্কে ভৌগোলিক বিৱৰণ দাঙি ধৰিছে। পূৰ্বাণ ভাৰতৰ পূব ফালটোৱেই অসম। পূৰ্বাণ নাম 'প্ৰাগজ্যোতিষ' আৰু 'কামৰূপ'। ভাৰতবৰ্ষৰ বিভিন্ন ধৰ্মশাস্ত্ৰ আৰু বুৰঞ্জীত প্ৰাগজ্যোতিৰ বা কামৰূপৰ উল্লেখ আছে। 'কালিকা পুৰাণ'ত অসমৰ পশ্চিম সীমা কৰতোয়া নৈ লৈকে আছিল বুলি উল্লেখ আছে। মহাভাৰতত প্ৰাগজ্যোতিষক ম্লেচ্ছ দেশ আৰু অসুৰ দেশ বোলাটো চাই ড০ কাকতিয়ে ই পূৰ্বতে আৰ্য সভ্যতাৰ বাহিৰত আছিল বুলি অনুমান কৰে।

'পূৰ্বাণ অসমৰ প্ৰাধান্য' প্ৰবন্ধত কাকতিয়ে উল্লেখ কৰিছে যে অতি প্ৰাচীন কালৰপৰাই প্ৰাগজ্যোতিষ-কামৰূপৰ সৰ্বভাৰতীয় প্ৰসিদ্ধি আছিল। ৰামায়ণ, মহাভাৰত, কালিদাসৰ ৰঘুবংশ, গুপ্তসাম্ৰাজ্যৰ শিলালিপি, হিউৱেন চাঙৰ কামৰূপৰ বিৱৰণ, বাণৰ হৰ্ষ চৰিত, তন্ত্ৰ শাস্ত্ৰ আদিত ইয়াৰ উল্লেখ আছে। কিন্তু হীনযানী বৌদ্ধ শাস্ত্ৰ আৰু অশোকৰ লিপিত ইয়াৰ উল্লেখ নাই। আৰু-

আচৰিত কথা—ৰাম ৰাজ্যৰ পৰা আৰম্ভ কৰি মোগল সাম্ৰাজ্যলৈকে কোনো ভাৰতীয় সাম্ৰাজ্যৰ ভিতৰত পূৰ্বাণ অসম অন্তভূৰ্ক্ত হোৱা নাছিল।

'পূৰ্বাণ অসমৰ দূৰ্গমতা' প্ৰবন্ধত ড' কাকতিয়ে নানা শাস্ত্ৰ আৰু বুৰঞ্জীৰ উদ্ধৃতি দি কৈছে যে "পূৰ্বাণ অসমৰ দূৰ্গমতাৰ কাৰণে 'অসম দেশ' দুৰাক্ৰমনীয়।" ড০ কাকতিয়ে প্ৰাগজ্যোতিৰ আৰু 'কামৰূপ' শব্দ অনাৰ্যমূলীয় বুলি সন্দেহ কৰে। পাগাৰ=পৰ্বত, জ্যো, জুহ=ওখ, তিক, তিছ=ওখ। কামৰু+প। কামৰু নামক দেৱতাৰ পৰ্বত।

কামৰূপলৈ পৌৰাণিক হিন্দুসকল অহাৰ আগতে কামৰূপত কি ধৰ্মৰ প্ৰচলন আছিল, সেইটো নিশ্চিতকৈ কোৱা টান। কামৰূপলৈ পৌৰাণিক হিন্দুসকল অহাৰ পাছত অনাৰ্য—আৰ্যৰ সংমিশ্ৰণত 'কৈৰাতজ' নামৰ ধৰ্মৰ সৃষ্টি হয়।

'সিদ্ধেশি যোগিনী পাঠে ধমঃ কৈৰাতজ মতঃ' ( যোগিনীতন্ত্ৰ )

শিৱপূজাৰ চলতি প্ৰবন্ধত কৈছে যে জলপাইগুৰিত জল্পেশ্বৰ নামৰ এখন ৰজাই পোন প্ৰথমে শিৱপূজাৰ প্ৰচলন কৰে। জল্পেশ্বৰ ঐতিহাসিক ৰজা নহয় বুলি ড০ কাকতিৰ সন্দেহ। কালিকা পুৰাণ মতে নৰকে প্ৰাগজ্যোতিষৰ অধিপতি হোৱাৰ আগৰ পৰাই ইয়াত শিৱপূজাৰ চলতি আছিল। 'দেৱীপূজাৰ চলতি' সম্পৰ্কে ড০ কাকতিয়ে 'কালিকা পুৰাণ' 'যোগিনী তন্ত্ৰ' আৰু 'মাৰ্কণ্ডেয় পুৰাণ'ৰ সহায়ত আলোচনা কৰিছে। ভগৱতীয়ে কেনেকৈ কামাখ্যা ৰূপ লাভ কৰিলে, সেই সম্পৰ্কে বেলেগ বেলেগ মত আছে। কামই, কাময়ত, কোমুই, কামেত আদি অনাৰ্য ভাষাৰ শব্দৰ অৰ্থ শ্মশান, প্ৰেত, মহাশ আদি। প্ৰথমতে কালীপূজা শ্মশান পূজা আছিল, পিছত যোনি পূজালৈ ৰূপান্তৰিত হ'ল। যোনি তীৰ্থ হিছাপে কামাখ্যাৰ প্ৰসিদ্ধি আছে।

'দেৱীৰ সংহাৰ মূৰ্তি' প্ৰবন্ধত আলোচনা কৰিছে—'মাৰ্কণ্ডেয় পুৰাণ'ত মহাদেৱীৰ সম্পূৰ্ণ কল্পনা প্ৰকাশ পাইছে। আনহাতে 'হৰিবংশ' আৰু 'মহাভাৰত'ত দেৱীৰ বিভিন্ন নামৰ উল্লেখ আছে। হয়তো দেৱীপূজা প্ৰথমে বিষ্ণুৰ তত্ত্বাবধানতহে চলিছিল।

'দেৱীৰ সম্ভোগ মূৰ্তি': দক্ষই যজ্ঞলৈ ৰুদ্ৰক মতা নাছিল। ৰুদ্ৰই দক্ষৰ যজ্ঞৰ বলি নষ্ট কৰিছিল। আকৌ আন কাহিনীত আছে দক্ষই শিৱক যজ্ঞলৈ নামাতিলে। সতীয়ে দেহত্যাগ কৰা কাহিনীটো মূল কাহিনীৰ লগত যোৱা দিয়া কাহিনী। 'সতীৰ অঙ্গচ্ছেদ' কাহিনীটো 'মহাপুৰাণ'ত নাই। শিৱই

যজ্ঞ নাশ কৰি সতীৰ মৰাশ কান্ধত লৈ পূৰ্ব দেশলৈ যাত্ৰা কৰিলে। ব্ৰহ্মা, বিষ্ণু আৰু শনিয়ে সতীৰ শ'ৰ ভিতৰত সোমাই ঠায়ে ঠায়ে অঙ্গচ্ছেদ কৰালে। কামৰূপৰ কামাখ্যাত সতীৰ যোনিমণ্ডল পৰিল। কামাখ্যাত যোনি পূজা আৰম্ভ হ'ল।

ভগ-শিশ্ন পূজা : মৰা শ'ৰ অঙ্গচ্ছেদৰ কল্পনা ভাৰতলৈ ক'ৰ পৰা আহিল, এই বিষয়ে পণ্ডিতসকল নিমাত। কেৱল এনে কল্পনা পুৰাণ ইজিপ্ত দেশৰ কাব্যৰ ইতিহাসত পোৱা যায়। এই কাহিনীত লিঙ্গ পূজাৰ কথা আছে। পৃথিবীৰ বহুতো দেশত লিঙ্গ পূজা আছিল ভাৰততো অনাৰ্যসকলৰ মাজত লিঙ্গ পূজা আছিল। কাকতিয়ে কয়—"অনুমান হয় লিঙ্গ পূজাৰদৰে যোনি পূজাও পৃথিবীত আৰু ভাৰতত অনাৰ্য জাতিবোৰৰ মাজত অতীজ কালৰপৰাই চলি আহিছিল আৰু তন্ত্ৰযুগত ই আৰ্য সম্প্ৰদায়ৰ মাজত প্ৰবেশ কৰে।"

শৈৱ শাক্তৰ সংঘৰ্ষ : নৰকে প্ৰাগ্‌জ্যোতিষলৈ আহি ইয়াত আগৰপৰাই বাসকৰা কিৰাটসকলক খেদি প্ৰাগ্‌জ্যোতিষৰ অধিপতি হয়। তাৰ পিছৰ পৰাই এই দেশৰ নাম কামৰূপ হ'ল। 'শিৱ ভক্ত বাণৰ সংসৰ্গত নৰকৰ বুদ্ধি ভেদ' হ'ল। নৰকে প্ৰাগ্‌জ্যোতিষত ৰাজত্ব কৰাৰ সময়তে শোণিতপুৰত শিৱ ভক্ত বলিপুত্ৰ বাণৰজাই ৰাজত্ব কৰিছিল। নৰকে বাণৰ সংসৰ্গত আসুৰিক স্বভাৱৰ দাস হৈ পৰিল। নৰকে ব্ৰাহ্মণ আদিক ভক্তি নকৰা হ'ল। কামাখ্যাকো ভক্তি নকৰা হ'ল। নৰকে বশিষ্ট মুনিক কামাখ্যা দৰ্শন কৰিব নিদিলে। বশিষ্টই শাও দিলে—নৰকৰ পিতৃৰ হাতত মৃত্যু হ'ব।

'ঐতিহাসিক সম্ভাব্য সম্ভাবনা' আলোচনাত নৰকক এগৰাকী ঐতিহাসিক ব্যক্তি হিছাপে প্ৰতিপন্ন কৰিব বিচাৰিছে। 'নৰকৰ পূৰ্ব বৃত্তান্ত'ত কৈছে যে নৰকাসুৰৰ উপাখ্যান সংস্কৃত সাহিত্যত সিঁচৰিত হৈ আছে। ৰামায়ণ, মহাভাৰত, হৰিবংশ আৰু কালিকা পুৰাণত নৰকৰ বিৱৰণ ড° কাকতিয়ে বাস্তৱ দৃষ্টিভঙ্গীৰে লক্ষ্য কৰিছে যে নৰকক মিথিলাৰপৰা প্ৰাগ্‌জ্যোতিষলৈ অনাৰ কাৰণ হ'ল—প্ৰাগ্‌জ্যোতিষত শক্তি পূজাৰ প্ৰাধান্য ঘটোৱাটো। কাৰণ মিথিলা শক্তি-বিদ্যাৰ প্ৰাধান্য থকা ঠাই। নৰকে মিথিলাৰ পৰা শক্তিবিদ্যা আনি কামৰূপত স্থাপন কৰিছিল।

'বশিষ্ঠৰ শাপৰ পিছত' নৰকৰ মৃত্যু হ'ল। ইয়াৰ পাছত নৰকৰ কি হ'ল 'কালিকা পুৰাণ' নিমাত। আনহাতে যোগিনী তন্ত্ৰই কৈছে—

কামাখ্যাৰ পূজা আকৌ আৰম্ভ হ'ব কিন্তু ব্ৰহ্মশাপ অনুসাৰে তিনিশ বছৰ কাল যৱন, কুবাচ ( কোচ), সৌমাৰ ( আহোম ) আৰু ভূটীয়াত বাজে কামৰূপৰ আন কোনো ৰজা হ'ব নোৱাৰিব। আমাৰ মতে এই কথাষাৰৰ বাস্তৱ সত্যতা আছে—যোগিনী তন্ত্ৰ ষোড়শ শতিকাত ৰচিত ; সেই সময়ত অসমত আহোম, কোচ আদিৰ ৰাজত্ব চলিছিল।

এইদৰে ড০ কাকতিয়ে পুৰণি কামৰূপৰ ধৰ্মৰ ক্ৰমবিকাশৰ কথা পিছত প্ৰবন্ধ-বোৰত আলোচনা কৰে। পূৰ্বৰপৰা কামৰূপত শিৱপূজাৰ প্ৰচলন আছিল যদিও ইয়াৰ লগতে শক্তিপূজাৰ প্ৰচলনো হ'ব ধৰে। কিন্তু শক্তিপূজাৰ মাধ্যমেৰে বামাচাৰী প্ৰথাৰ প্ৰবেশ ঘটিল। ড০ কাকতিয়ে ভাবে 'বশিষ্ঠ' শব্দটো ব্যক্তিবাচক নহয়, ই বংশ বা গোত্ৰ বাচক।" "এনেও হ'ব পাৰে যে কোনোবা বশিষ্ঠ গোত্ৰীয় ব্ৰাহ্মণ তন্ত্ৰসাধনাৰ বাবে কামৰূপৰ ফালে আহিছিল।"

যোগিনীতন্ত্ৰৰ মতে কামৰূপত কেৱল দেৱীহে দেৱী, আনকি কামৰূপৰ তিৰোতা মাত্ৰই দেৱী স্বৰূপিনী। কামৰূপৰ ধৰ্ম কৈৰাতজ ধৰ্ম। অৰ্থাৎ কিৰাট জাতিৰ পৰা সম্ভূত। কিৰাট মানে শিৱ, পৰ্বত, মঙ্গোলীয় জাতিৰ মানুহ।

এই ধৰ্মত খোৱা-লোৱাৰ বাচবিচাৰ নাই। কামৰূপৰ উত্তৰ খণ্ডত ১৬০ খন মুখ্য তীৰ্থ আছে বুলি 'যোগিনী তন্ত্ৰই' কৈছে। তীৰ্থ অনুযায়ী ব্ৰত বেলেগ বেলেগ। কামৰূপত সৰ্বতীৰ্থৰ সমন্বয় ঘটিছিল। ইয়াৰ মাজতে কামৰূপত বিষ্ণুপূজাও চলিছিল। বিষ্ণুক জনাৰ্দন বোলা হৈছে। কামৰূপত তিনিটা মুখ্য জনাৰ্দন ক্ষেত্ৰ আছে।

কামৰূপত বলি বিধানো চলিছিল। ইয়াৰ ভিতৰত তিনিখন ঠাই বলিৰ বাবে বিখ্যাত। সদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰ, জয়ন্তীয়া পৰ্বতত জয়ন্তীয়া দেৱীৰ মন্দিৰ আৰু কামাখ্যাত নৰবলি দিয়া হৈছিল।

শিৱপূজা, শক্তিপূজা, জনাৰ্দন পূজা আৰু বিবিধ ধৰ্মীয় অনুষ্ঠানৰ লগতে কৌলাচাৰী ধৰ্মও প্ৰচলিত আছিল। "এফালে শৱসাধন, মুণ্ডসাধন আদিৰ ভয়াবহ প্ৰক্ৰিয়া, আনফালে কুলাচাৰী, মন্ত্ৰাচাৰীসকলৰ মদ, মাংস আৰু তিৰোতা আদিৰ লগত সাধন ভোজন।" কামৰূপত কুমাৰী পূজা অতি প্ৰসিদ্ধ আছিল। কামাখ্যাত কুমাৰী পূজাৰ প্ৰাধান্য আছিল। বামাচাৰী পূজাত সাধনাৰ বাবে যোগিনীৰ প্ৰয়োজন। সাধকসকলে ধন-সোণৰ বিনিময়ত হ'লেও যোগিনী

যোগাৰ কৰে। সহজীয়া ধৰ্মৰ তান্ত্ৰিক সাধকসকলে যোগিনীৰ সহযোগত বামাচাৰী পূজা কৰিছিল।

অসমৰ বহুতো মন্দিৰত আগৰ পৰাই দেৱদাসী বা নটিনী সম্প্ৰদায় আছিল। হাজোৰ হয়গ্ৰীৱ, ডুবিৰ দেৱালয় আৰু কামাখ্যাত দেৱদাসী আছিল।

পূৰ্বণি কামৰূপত মীননাথ আৰু মচ্ছিন্দ্ৰনাথ নামৰ দুগৰাকী কৈৱৰ্ত শিখ পুৰুষ আছিল। এওঁলোকৰ অলৌকিকতাৰ বিষয়ে শিখ চৰিতাৱলীত উল্লেখ আছে। কামৰূপ পূৰ্বণি কালৰ পৰাই অলৌকিকতাত আৰু ইন্দ্ৰজাল বিদ্যাত বিখ্যাত।

অদ্বৈতবাদী শঙ্কৰাচাৰ্য বেদান্ত ধৰ্মপ্ৰচাৰৰ বাবে কামৰূপলৈ আহিছিল। অভিনৱ গুপ্তই শঙ্কৰাচাৰ্যক কুমেম্বেৰে ভগন্দৰ ৰোগ জপাই দিছিল।

গুৰু নানক ১৫১৭ খৃঃ ৰ অলপ পাছতেই অসমলৈ আহিছিল। নৱম গুৰু তেগবাহাদুৰ অসমলৈ আহি ধৰ্মপ্ৰচাৰ কৰিছিল। এতিয়াও ধুবুৰী, নগাঁও আদিত অসমীয়া শিখ ধৰ্মাৱলম্বী লোক আছে।

মোগল ইতিহাসৰ বিৱৰণত অসমক যাদুবিদ্যাৰ দেশ বুলি কৈছে। "কোনো মানুহ এই দেশলৈ আহিলে, তাৰ ভেকুৰী লাগে আৰু ইয়াৰপৰা ওলাই যাব নোৱাৰে।"

পূৰ্বণি অসমত ধৰ্মৰ বিচিত্ৰ সমাহাৰ ঘটিছিল যদিও, ইয়াৰ লগত বিষ্ণু মাহাত্ম্য প্ৰচাৰ নোহোৱাকৈ থকা নাছিল। 'কালিকা পুৰাণ' আৰু 'যোগিনী তন্ত্ৰ' গ্ৰন্থৰ সামৰণি পৰিছে বিষ্ণুৰ শ্ৰেষ্ঠত্ব বৰ্ণনাত। 'যোগিনী তন্ত্ৰ'ই বিষ্ণুক সৰ্বশ্ৰেষ্ঠ দেৱতা বুলি কৈছে—'যথা নাৰায়ণঃ শ্ৰেষ্ঠো দেৱানাম পুৰুষোত্তমঃ' (২/৪/৩৭)। এই গ্ৰন্থত হয়গ্ৰীৱ মাধৱৰ মাহাত্ম্যৰ কথা বহলাই বৰ্ণনা কৰিছে। 'কালিকা পুৰাণ'ত বিষ্ণু পূজাৰ বৰ্ণনাৰ প্ৰাধান্য নাই যদিও বিষ্ণুৰ পাঁচটা আবিৰ্ভাৱৰ উল্লেখ কৰিছে।

**অসমত নৱ বৈষ্ণৱ ধৰ্ম ঃ**

ড° বাণীকান্ত কাকতিয়ে পূৰ্বণি কামৰূপৰ বিভিন্ন ধৰ্মৰ বিস্তৃত আলোচনা কৰি শেহত দেখুৱাইছে যে বিষ্ণুৱেই সৰ্বশ্ৰেষ্ঠ দেৱতা। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে পূৰ্বপ্ৰচলিত বৈষ্ণৱ ধৰ্মৰ সংস্কাৰ সাধন কৰি বিষ্ণুৰ মাহাত্ম্য প্ৰচাৰ কৰিছে। অসমত নৱবৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তক শ্ৰীশঙ্কৰদেৱ। "শ্ৰীশঙ্কৰদেৱৰ বৈষ্ণৱ মতৰ

প্ৰসিদ্ধি নাম একশৰণ ধৰ্ম—ঈশ্বৰৰ ওচৰত একান্ত শৰণৰ ধৰ্ম। সেই ঈশ্বৰেই বিষ্ণু, তেওঁ নাৰায়ণ ৰূপে যুগে যুগে অৱতীৰ্ণ হয়। বিষ্ণুপূজাৰ অৰ্থে প্ৰিয়তম অৱতাৰ শ্ৰীকৃষ্ণ।"

অসমৰ বৈষ্ণৱ ধৰ্মৰ আধাৰ গ্ৰন্থ গীতা আৰু ভাগৱত। শ্ৰীমন্ত শংকৰদেৱে ধৰ্ম আৰু সংস্কৃতিৰ জৰিয়তে অসমত পূৰ্বৰপৰা ধৰ্মৰ নামত চলি অহা অনিয়ম, অনীতিবোৰ আঁতৰাই শুদ্ধ সমাজ এখন সৃষ্টি কৰিলে। অসমীয়া সমাজ উচ্চ চিন্তাত ব্ৰতী হ'ল। কাকতিৰ ভাষাত—"শংকৰদেৱে আমাক এটা নতুন জীৱন, নতুন সাহিত্য আৰু নতুন ৰাষ্ট্ৰদান কৰিলে। কত ৰজা আছিল, কত ৰজা গ'ল—কালক্ৰমে তেওঁলোকৰ ৰাজ্য ধূলিময় হৈ গ'ল, কিন্তু শংকৰদেৱৰ ৰাষ্ট্ৰ বৈ থাকিল—অসমীয়া সমাজৰ প্ৰতি মানুহৰ অন্তৰত তেওঁৰ ক্ষমতা অক্ষুণ্ণ হৈ চলি আছে।"

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ অসমৰ সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ পুৰুষ। বিশাল প্ৰতিভাৰ অধিকাৰী মহাপুৰুষ শ্ৰীশঙ্কৰদেৱক এটা সময়ত নামঘৰ আৰু একান্ত ভকতসকলৰ মাজতহে আবদ্ধ কৰি ৰখা যেন হৈছিল। ইয়াৰোপৰি শ্ৰীশঙ্কৰদেৱক লৈ নানা ধৰণৰ প্ৰশ্নৰ অৱতাৰণা আৰু তেওঁৰ ধৰ্মমতক লৈ বিতৰ্কৰ সৃষ্টি হোৱাৰ উপক্ৰম হৈছিল। বেজবৰুৱাই চৰিত পুথিৰ আলমত শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱৰ জীৱন চৰিত লিখি গুৰুদ্বজনাক সৰ্বসাধাৰণ ৰাইজৰ মাজত জনপ্ৰিয় কৰি দিছিল। কিন্তু শ্ৰীশঙ্কৰদেৱক অসমৰ বাহিৰৰ লোকে জনা নাছিল বা জনাৰ সুযোগ নাছিল। বাণীকান্ত কাকতিয়ে শ্ৰীশঙ্কৰদেৱৰ বিষয়ে Indian Reviewত ১৯২৩ চনত এপ্ৰিল আৰু মে মাহত ছোৱা ছোৱাকৈ প্ৰকাশ কৰে। এইখিনিকে মাদ্ৰাজৰ জি, এ, নটেশন এণ্ড কোম্পানীয়ে Saints of India Seriesত ছপায়। ইয়াৰ পাছত কিতাপখন স্বত্বঃ হস্তান্তৰিত হয়। ইয়াৰ বাবদ বোলে ড° কাকতিয়ে মাত্ৰ কুৰি টকা মাননি পাইছিল। এই বিষয়ে ড° মহেশ্বৰ নেওগদেৱে লেখিছে– "পিছত নটেশনে সেই দেখি কাকতিয়ে নজনাকৈয়ে, তেওঁৰ নামো নিদিয়াকৈ চৈতন্য, হৰিদাস, ৰামপ্ৰসাদ, ৰামকৃষ্ণ, বিবেকানন্দ—এই পাঁচজন বঙালী সন্তৰ জীৱনীৰ লগতে কাকতিৰ লেখাটি Chaitanya to Vevekananda : Lives of the Saints of Bengal' নামৰ গ্ৰন্থত সন্নিবেশ কৰি দিছিল; আনকি সম্ভৱতঃ ১৯২৮ চনত ওলোৱা এই কিতাপ খনৰ কপি এটা কাকতিয়ে ১৯৩৫ চনত হে যোগাৰ কৰে।" ( বাণীকান্ত কাকতি ৰচনাৱলী পৃঃ ২০ )

ড° কাকতিয়ে শ্ৰীশঙ্কৰদেৱৰ বিষয়ে ইংৰাজী ভাষাত লেখা কিতাপখনৰ বিষয়ে ১২।৬।২৩ চনত বেজবৰুৱালৈ এইদৰে লেখিছিল। "এটি 'বাজে' কামত লাগি থাকিব লগাত পৰিছো। নটেশন কোম্পানীয়ে শঙ্কৰ-চৰিতৰ Sketch ছপাব লাগিছে। Indian Reviewত ( April & May ) খণ্ড খণ্ডকৈ ছপাই উলিয়াইছে। স্বতন্ত্ৰ পুথিৰ আকাৰত সোনকালে ওলাব যেন পাওঁ। কামৰূপ-অনুসন্ধান সমিতিত থকা দ্বিজ ৰামানন্দৰ গুৰু চৰিতত শঙ্কৰ, মাধৱ আৰু গোপালদেৱৰ group painting এখন আছে। তাৰপৰা ফটো লোৱাই

Natesanঅৰ পুথিৰ ওপৰ পাতত block ছবি দিয়াবলৈ এখন ছবি পাঠই দিছো।"　　　　　　　　　　　　　　　　　　( পত্ৰলেখা, পৃঃ ২৩২ )

কাকতিয়ে শ্ৰীশংকৰদেৱৰ বিষয়ে কিতাপখন লেখাৰ সময়ত চৰিত পুথিৰ নিৰ্ভৰযোগ্যতা সম্পৰ্কে বহুতো কথা উঠিছিল। বিশেষকৈ ৰামচৰণ ঠাকুৰৰ চৰিত সম্পৰ্কে বিতৰ্কৰ সৃষ্টি হৈছিল। কাকতিৰ অন্যান্য আলোচনাৰপৰাও গম পোৱা যায়, তেওঁ দৈত্যাৰি ঠাকুৰৰ চৰিতৰ কথাহে বেছি গ্ৰহণযোগ্য বুলি ভাবে। ড° কাকতিয়ে কোনো বিতৰ্কলৈ নগৈ "শংকৰদেৱৰ জীৱন বৃত্ত এটা ধাৰাত সলসলীয়াকৈ লেখিছে।"　　　　　　　　　　　　　　　　( ড° নেওগ )

ড' বাণীকান্ত কাকতিৰ ইংৰাজী ভাষাত লেখা 'The Mother Goddess Kāmākhya' নামৰ গ্ৰন্থখন ১৯৪৮ চনত প্ৰকাশ পায়। ড° কাকতিয়ে পুৰণি অসমৰ ধৰ্ম আৰু সংস্কৃতিৰ বিষয়ে গভীৰ ভাবে অধ্যয়ন কৰি ১৯৪৪ চনমানৰ পৰা ইংৰাজী আৰু অসমীয়া দুয়োভাষাত সমান্তৰালভাবে লেখিবলৈ লয়। ১৯৪৪ চনত 'জয়ন্তী' আলোচনী আকৌ প্ৰকাশ হয়, তাত আধুনিক সাহিত্যৰ লেখনী প্ৰকাশ হ'বলৈ ধৰে। 'জয়ন্তী'ৰ দ্বাদশ সংখ্যাত (১৯৪৪) ড° বাণীকান্ত কাকতিৰ 'পুৰণি অসমত শিৱ পূজাৰ চলতি' পিছৰ বছৰৰ দুটা সংখ্যাত 'পুৰণি অসমত দেৱী পূজাৰ চলতি', চতুৰ্থ সংখ্যাত 'ভগ-শিশ্ন-পূজা', ৫ম সংখ্যাত 'শাক্ত শৈৱৰ সংঘৰ্ষ' প্ৰকাশ পায়। শান্তিদূতত 'প্ৰকাশ পায় 'প্ৰাচীন কামৰূপৰ ধৰ্মৰ ধাৰা'। এনেবোৰ অসমীয়া ভাষাত লেখা প্ৰবন্ধকে লৈ ১৯৫৫ চনত 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা' গ্ৰন্থখন প্ৰকাশ পায়। কিন্তু ইয়াৰ আগতে ড' কাকতিয়ে উক্ত প্ৰবন্ধসমূহৰ সমান্তৰাল ৰূপত ইংৰাজী ভাষাত প্ৰবন্ধ লেখিবলৈ লয়। এনেবোৰ প্ৰবন্ধ New Indian Antiquary, বাঙ্গালোৰৰ Tribune Quarterly; Prof. P. V. Kane Feliclation Volume, The Assam Tribune আদিত প্ৰকাশ পায়। ১৯৪৮ চনত Mother Goddess Kāmākhya কিতাপ আকাৰে প্ৰকাশ পায়।

ড° কাকতিয়ে কালিকা পুৰাণ (১২ শতিকা), যোগিনী তন্ত্ৰ (১৬ শতিকা), পূৰ্ব কামৰূপৰ ৰজাসকলৰ দহখন তামৰ ফলি আৰু মধ্যযুগৰ সাহিত্যসমূহ গভীৰ ভাবে অধ্যয়ন কৰি—এইবোৰৰপৰা তথ্য সংগ্ৰহ কৰি গ্ৰন্থখন লেখিছে।

ড° কাকতিয়ে পাতনিত কৈছে— "The present publication is a mere introduction towards the study of fusion of the Aryan and extra-Aryan religious belief and practices of Assam in the light of the comparative method of modern sociological studies."

ড° কাকতিৰ গ্ৰন্থখনত পুৰণি কামৰূপৰ ৰীতি-নীতি, ধৰ্ম বিশ্বাস—শক্তি পূজা, শাক্তপূজা আৰু ইয়াৰ লগত নানা ধৰণৰ লৌকিক আচৰণ, মহাপুৰুষয়া

বৈষ্ণৱ ধৰ্ম, দক্ষিণ ভাৰতৰ শ্ৰীসম্প্ৰদায়ৰ লগত অসমৰ বৈষ্ণৱ ধৰ্মৰ সম্পৰ্ক আদি বিভিন্ন বিষয়ৰ বিস্তৃত আলোচনা আছে। পূৰ্বাণ অসমত প্ৰচলিত বিভিন্ন ধৰ্ম আৰু বিশ্বাসৰ বিপৰীতে শেহত শ্ৰীমন্ত শংকৰদেৱে যে এক সাম্যবাদৰ, একেশ্বৰবাদৰ পবিত্ৰ বৈষ্ণৱ ধৰ্মৰ শিকলিৰে অসমীয়া সমাজক পবিত্ৰতাৰ দোলেৰে বান্ধিছিল, সেই কথা প্ৰতিপন্ন কৰিছে।

ড° কাকতিৰ গ্ৰন্থখনত প্ৰকাশ পোৱা বিস্তৃত অধ্যয়নৰ পৰিপ্ৰেক্ষিতত কৃষ্ণকান্ত সন্দিকৈদেৱে কৈছে—'Dr Kakati's book is a valuable contribution to the study of trantricism in Assam and gradual transition to the New discipline of the Vaishnava teacher.''

( Banikanta Kakati, The man and his works. page, 163 )

ড° কাকতিয়ে এই গ্ৰন্থখন লেখাৰ মূল উদ্দেশ্য হ'ল অসমৰ পবিত্ৰ বৈষ্ণৱ ধৰ্ম আৰু বিশ্বাসক জনসমাজত প্ৰচাৰ কৰাটো। কিন্তু এনে পবিত্ৰ পৰ্যায়লৈ আহোতে নানা জনৰ নানা ধৰ্মীয় বিশ্বাসৰ সংস্কাৰ সাধন এক দীৰ্ঘদিনীয়া কাৰ্য। সৰ্বশেহত শ্ৰীমন্ত শংকৰদেৱৰ একান্ত পৰিচালনাত পূৰ্বৰ খেলি-মেলি হৈ থকা বিশ্বাসৰ বিপৰীতে এক সুস্থিৰ বিশ্বাসৰ ধৰ্ম প্ৰতিষ্ঠিত হ'ল। তাৰ ফলতে অসমীয়া সাংস্কৃতিক জীৱনৰ প্ৰভূত বিকাশ সাধন হ'ল।

বাণীকান্ত কাকতিয়ে অসমীয়া পুৰণি সাহিত্য আলোচনাৰ পাতনি মেলিছিল অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'চেতনা'ৰ যোগেদি। সেই সময়তেই কাকতিয়ে সৰ্বভাৰতীয় দৃষ্টিভংগীৰে ভাৰতীয় ধৰ্মশাস্ত্ৰ আৰু সাহিত্যৰ উদ্ধৃতি দি উদাৰ দৃষ্টি-ভঙ্গীৰে আলোচনা সমূহ আগবঢ়াইছিল; আনকি ভাৰতৰ বাহিৰৰো বহুকথাৰ উদাহৰণ দাঙি ধৰিছিল। সেইদৰে 'বাঁহী'ত ভৱানন্দ পাঠকৰ ৰূপত 'বিজুলী' প্ৰবন্ধ লেখি সৰ্বভাৰতীয় হিন্দু ধৰ্ম আৰু সাহিত্য আলোচনা কৰিছিল। 'বিজুলী'ৰ আলোচনা, সমালোচনা, প্ৰতিসমালোচনা আদিৰ যোগেদি সৰ্বভাৰতীয় বৈষ্ণৱ ধৰ্মৰ মূল আদি উদাহৰণ আৰু উদ্ধৃতিসহ ব্যাখ্যা কৰি অসমৰো গুৰুসকলে প্ৰচাৰ কৰা ধৰ্মৰ প্ৰকৃত ৰূপ অসমীয়া সমাজত প্ৰচাৰ কৰিছিল। এই সময়তে ৰাধা-বিষয়ক বহুতো কথা পোহৰলৈ আনিছিল।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ গবেষণা পত্ৰিকা Journal of the University of Gauhati, ১৯৫০ চনৰপৰা ওলাব ধৰিছিল। ইয়াত ড° কাকতিয়ে ইংৰাজীত বৈষ্ণৱ ধৰ্মৰ লগত জড়িত কিছুমান গবেষণামূলক প্ৰবন্ধ লেখিবলৈ লৈছিল। এই গবেষণাপত্ৰত ড° কাকতিয়ে যিবোৰ প্ৰবন্ধ লেখিলে, সেইবোৰ 'পুৰণি অসমীয়া সাহিত্য', 'বিজুলী' প্ৰবন্ধ আদিৰ পৰিপূৰক। ইয়াত ড° কাকতিয়ে সৰ্বভাৰতীয় দৃষ্টিৰে ভাৰতীয় নাৰীৰ প্ৰতি থকা শাস্ত্ৰ আৰু জনসমাজৰ ধাৰণা পুৰণি শাস্ত্ৰসমূহৰ বিভিন্ন কাহিনী আৰু উদ্ধৃতিৰে দাঙি ধৰিছে। উক্ত গবেষণাপত্ৰত প্ৰকাশিত তিনিটা ইংৰাজী প্ৰবন্ধৰ অসমীয়া ৰূপ দি ড° মহেশ্বৰ নেওগদেৱে 'ৰামধেনু'ত প্ৰকাশ কৰিছিল। 'প্ৰেম নিবেদনত নাৰী' প্ৰবন্ধটো ড° কাকতিৰ 'Female initiative in courtship' প্ৰবন্ধৰ ৰামধেনুৰ (১৮৭৩ শক)ৰ সহকাৰী সম্পাদক মিহিৰ কুমাৰ বৰুৱাৰ অসমীয়া অনুবাদ। 'ৰাসক্ৰীড়াৰ গুৰিৰ কথা' ( The Rasa dance and the moon myth ) ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱৰ অনুবাদ ( ১৮৭২ শক ) আৰু 'ৰাধাচৰিত্ৰৰ অভ্যুদয়' ( The emergence of Radha ) ড° মহেশ্বৰ নেওগদেৱৰ অনুবাদ ( ১৮৭২ শক ) এই তিনিটা প্ৰবন্ধ এটা আনটোৰ পৰিপূৰক।

ড° কাকতিৰ এই তিনিটা মূল ইংৰাজী প্ৰবন্ধৰ লগতে আৰু কেইটামান প্ৰবন্ধ আৰু এখন ভূমিকা সহ 'Visnute Myths and Legends' নামক গ্ৰন্থ আকাৰে প্ৰকাশ কৰে। এই চাৰিটা প্ৰবন্ধ হ'ল—Narayana the God of the deep ; Kṛṣna Vāsudeva, the All enveloping God ; Kṛṣna Govinda the child God ; The cult of Jagannāth, its lurar origin ; The fish and the tortoise deities ; The Cosmic boar ; The man-lion and the dwarf.

ড° কাকতিৰ জীৱন কালত গ্ৰন্থখন প্ৰকাশ নাপালে, তেওঁৰ আদ্য শ্ৰাদ্ধৰ দিনাখনহে ই প্ৰকাশ হৈ ওলাল।

ড° কাকতিয়ে এই আলোচনাবোৰ কৰোতে মেক্সমূলাৰ, মেকডোনেল, ব্লুম ফিল্ড ব্ৰূবেৰ আদি প্ৰাচ্যতত্ত্ববিদ আৰু নৃতত্ত্ববিদসকলৰ তত্ত্ব উদ্ধাৰ কৰিছে ; ড কাকতিয়ে আলোচনা কৰা ধৰ্মৰ মূল কাহিনীৰ উৎস ইণ্ডো-ইউৰোপীয়, ভাৰতীয় আৰ্য আৰু আৰ্যেতৰ সমাজত বিচাৰি চাইছে। ড° মহেশ্বৰ নেওগদেৱে কৈছে—"ধৰ্মৰ সমন্বয়-সাধন কাকতিৰ উদ্দেশ্য নহয়, বৰং বৈজ্ঞানিক বিশ্লেষণহে তেওঁৰ পদ্ধতি।"

এই গ্ৰন্থৰ অন্তৰ্গত প্ৰবন্ধসমূহৰ ভিতৰত অসমীয়া ভাষাত অনুবাদ হোৱা প্ৰবন্ধ তিনিটাৰ বিষয়ে এটি আলোচনা আগবঢ়োৱা হ'ল।

# প্ৰতি সমালোচনা

ড° কাকতিয়ে ভৱানন্দ পাঠক নাম লৈ কিয় 'বিজুলী' প্ৰবন্ধ লৈ বিপদ লগা হ'ল, সেই বিষয়ে স্থানান্তৰত আলোচনা কৰা হৈছে। ৰজনীকান্ত বৰদলৈ-দেৱে ডিব্ৰুগড়ৰ পৰা 'প্ৰদীপিকা' আলোচনী উলিয়াই অসমৰ ধৰ্মৰ বিষয়ে আলোচনা কৰিবলৈ গৈ কিছুমান আহ'ফলা কথাৰ অৱতাৰণা কৰা বুলি ড° কাকতি আৰু বেজবৰুৱাই ভাবিছিল। এওঁলোকৰ মতে মহাপুৰুষ শ্ৰীশংকৰ-মাধৱক যেনে তেনে প্ৰকাৰেণ হেয় প্ৰতিপন্ন কৰিবলৈ 'প্ৰদীপিকা' গোষ্ঠীয়ে উঠি-পৰি লগা বুলি কাকতিয়ে ভাবিছিল। অম্বিকাগিৰী ৰায়চৌধুৰী-সম্পাদিত 'চেতনা'ত কাকতিদেৱে পুৰণি অসমীয়া সাহিত্য বিষয়ক প্ৰবন্ধ লেখিবলৈ লৈছিল। কাকতিৰ 'নামঘোষা' নামৰ প্ৰখ্যাত প্ৰবন্ধটি 'চেতনা'ত প্ৰকাশ হোৱাত ঘনশ্যাম দেৱ শৰ্মা নামৰ এগৰাকীয়ে 'প্ৰদীপিকা'ৰ ৮ম সংখ্যাত 'নামঘোষা' প্ৰবন্ধটিৰ বিষয়ে এটি সমালোচনা লিখে। এই সমালোচনাটো ড° কাকতিৰ মনঃপুত নহ'ল। তেওঁ এই 'প্ৰতি সমালোচনা' নামৰ প্ৰবন্ধটো 'অসম প্ৰদীপিকা'ত ১ম বছৰ ৯ম সংখ্যা মাঘ ১৮৪২ শক লিখে। ইয়াৰ মূল কথাখিনি হ'ল—কাকতি-দেৱে কৈছে শংকৰদেৱৰ 'ভক্তি ৰত্নাকৰ', আৰু ভট্টদেৱৰ 'ভক্তিবিবেক', মূল সংস্কৃত গ্ৰন্থৰ সংগৃহীত শ্লোক। গতিকে ইয়াক জাতীয় সাহিত্যৰ ভিতৰুৱা বুলি ধৰিব নোৱাৰি। এই দুখন ভক্তি বিচাৰমূলক সংস্কৃত ভাষাত লেখা গ্ৰন্থ কাৰণে জাতীয় ভাষা, সাহিত্য বা লৌকিক সাহিত্যৰ ভিতৰত নপৰে। 'নামঘোষা' বিচাৰ গ্ৰন্থ হ'লেও ইয়াত মাধৱদেৱৰ আত্মপ্ৰকাশ কিমান দূৰ ঘটিছে তাক বিচাৰ কৰাই মূল 'নামঘোষা' প্ৰবন্ধৰ উদ্দেশ্য আছিল। কাকতিয়ে অভিযোগ কৰিছে 'সমালোচকে' এই বোৰ কথাৰ প্ৰতি মনযোগ দিয়া নাছিল। ঘনশ্যাম দেৱ-শৰ্মাই 'ঘোষাৰত্ন'ক নামঘোষাতকৈ শ্ৰেষ্ঠ গ্ৰন্থ বুলি কৈছে। কাকতিয়ে কৈছে—"তৰ্কৰ খাটিৰত ঘোষা ৰত্ন ডাঙৰ গ্ৰন্থ হ'ব পাৰে, কিন্তু যি যি গুণ বেছি পৰিমাণে থকাৰ কাৰণে 'নামঘোষা'ক 'ঘোষাৰত্ন'তকৈ ডাঙৰ গ্ৰন্থ বোলা হৈছে, সেই সেই গুণ 'ঘোষাৰত্ন'ত নাই বা কম পৰিমাণে আছে।" আকৌ 'ঘোষাৰত্ন' 'নামঘোষা'তকৈ পিছত ৰচিত হৈছে। ঘনশ্যাম দেৱ শৰ্মাই ব্ৰাহ্মণ প্ৰসঙ্গ

উত্থাপন কৰাত কাকতিয়ে কৈছে—"নতুকৈ প্ৰৱৰ্ত্তিত হোৱা বৈষ্ণৱ ধৰ্মক যে ব্ৰাহ্মণসকলে প্ৰথম অৱস্থাত বিশেষ ভাৱে লৈছিল—সেইটো কি শংকৰ কি দামোদৰ গোটেই কেইজন মহাপুৰুষৰ চৰিততে আছে।"

কাকতিয়ে কৈছে—"অসমীয়া সাহিত্য মানে অসমীয়া ভাষাত লেখা পুথিক হে ধৰিছোঁ।" সাহিত্য আৰু ধৰ্ম শাস্ত্ৰৰ মৌলিক পাৰ্থক্য যে আছে তাকো কাকতিয়ে স্বীকাৰ কৰে। কাকতিয়ে নিৰপেক্ষ সমালোচনা আশা কৰে।

## যুগ-সাহিত্য আৰু সমাজৰ ৰূপৰেখা

ড° বাণীকান্ত কাকতিয়ে নাৰায়ণক সাহিত্যৰ জগতে তুলনা কৰিছে। ধৰ্মৰ গ্লানি আৰু অধৰ্মৰ উত্থান হ'লে ভগৱানে নানা অৱতাৰ গ্ৰহণ কৰি, সেইবোৰ নিবাৰণ কৰি জগতত শান্তি স্থাপন কৰে। সাহিত্যতো যুগে যুগে বেলেগ বেলেগ ৰূপ।

ড° কাকতিয়ে এই প্ৰবন্ধটো ৰচনা কৰিছিল আমাৰ দেশ স্বাধীন হোৱাৰ পাছতেই। তেতিয়া আধুনিক অসমীয়া সাহিত্যৰ অৱস্থা বৰ বেছি শক্তিশালী হৈ উঠা নাছিল। এনে পৰিপ্ৰেক্ষিতহে তেওঁ লেখকসকলক বহুতো কথা সোঁৱৰাই দিছিল। তেওঁ আলোচনা কৰা কথাকে চমুকৈ উল্লেখ কৰা হ'ল—

অসম তথা ভাৰততে দেশ স্বাধীন হোৱাৰ পাছতেই 'নতুন-জীৱন-প্ৰণালী' আৰু নতুন ভাৱধাৰাৰ সূত্ৰপাত হৈছে। গতিকে নতুন যুগৰ সাহিত্যই অসমৰ আত্মপৰিচয় দাবি ধৰিব লাগিব। "আজিৰ দিনত আমি ক'ত আছোঁ, কি পথেৰে চলিব লাগিব আৰু আমাৰ পুৰণি কলীয়া ভাবধাৰাৰ মোল আজিৰ দিনত কিমানখিনিত বৈছেগৈ—এইবোৰ সমস্যা ফঁহিয়াই গ্ৰহণীয়। সাহিত্যিক প্ৰণালীৰে যি সাহিত্যই আমাক আত্মচৈতন্যৰ বাটেত আগুৱাবৰ সুবিধা দিব তাকেই আমি যুগ-সাহিত্য বুলি স্বীকাৰ কৰিম।" পুৰণি সাহিত্য বা চিন্তা-ধাৰাক বাদ দি যুগ-সাহিত্য সৃষ্টি হ'ব নোৱাৰে।

কাকতিয়ে কৈছে বৰ্তমান কালত (কাকতিয়ে এই আলোচনা লেখাৰ সময়ত) ৰাজনৈতিক, সামাজিক আৰু ব্যক্তিগত জীৱনৰ অলেখ সমস্যাই জনসাধাৰণক ব্যতিব্যস্ত কৰি তুলিছে। কিন্তু "সমস্যাৰ সমাধান ৰাজনৈতিক মতবাদৰ ভিতৰেদি নাহে। ইয়াৰ সমাধানৰ মূল বস্তু আহিব লাগিব সাহিত্যিক আত্ম-পৰিচয় ঘটোৱা অমৃত বাণীৰ পৰা।"

ড° কাকতিৰ এই মতবাদক ৰাজনীতিকৰা লোকসকলে হয়তো সহজ ভাবে লব নোৱাৰিব পাৰে, কিন্তু সাহিত্যই যে জনগণৰ প্ৰকৃত স্বৰূপ প্ৰকাশ কৰি সামাজিক পৰিবৰ্তন আনি দিব পাৰে, এই কথাৰ সত্যতা আছে। কাকতিয়ে

কৈছে—"প্ৰকৃত সাহিত্য বিলাসৰ বস্তু নহয়। ই পাঠকৰ সাধনাৰ সামগ্ৰী।" সেয়েহে সাহিত্যিকসকলে নিজ নিজ মতাদৰ্শেৰে ৰাজনৈতিক মতামত প্ৰচাৰ কৰাতে ক্ষান্ত নাথাকি ৰাইজৰ আশা আকাংক্ষাৰ চিত্ৰ আঁকি ৰাইজৰ প্ৰকৃত ৰূপ অৱগত কৰাৰ সুযোগ দিব লাগে। —"কল-কাৰখানাৰ মালিকৰ সৰ্বগ্ৰাসী হুতাশনৰ চিত্ৰ দেখুৱা, বেপাৰীৰ দহজনক প্ৰবঞ্চনা কৰি আত্মপ্ৰতিষ্ঠাৰ ৰূপ দেখুৱা, অসৎ চৰকাৰী বিষয়াৰ দুহতীয়া চেষ্টাৰ ৰেখা অঁকা, এইবোৰৰ টনা-আঁজোৰত দুখীয়াৰ দুঃখ আৰু ৰাইজৰ খলকনিৰ ধ্বনি মুখৰিত কৰা—মানুহে তাৰ ভিতৰতে নিজ কৰ্তব্য-পথ সন্ধান কৰি ল'ব। থোৰতে ক'ব লাগিলে আমাৰ দুখ-দুৰ্গতি, আকাংক্ষা, ভাবনা, কোনো কথাই মতবাদৰ সমূহীয়া ধ্বনিত আৱদ্ধ নাথাকি সাহিত্যৰ ৰূপ আৰু ৰেখাত পৰিণত হ'ব লাগে। তেনে হ'লে আত্মপৰিচয় আৰু আত্ম প্ৰতিষ্ঠাৰ সুযোগ ঘটিব।" কিন্তু কাকতিয়ে আক্ষেপ কৰি কৈছে যে অসমৰ দেশত নানান প্ৰগতি সংঘ থাকিলেও ওপৰত উল্লেখ কৰা ধৰণৰ সাহিত্য বিৰল।

'জীৱনৰ বাটত' উপন্যাসত অসমীয়া গাঁৱলীয়া জীৱনৰ মনোৰম চিত্ৰ প্ৰকাশ পোৱাত ড° কাকতি আনন্দিত। সেইদৰে সেই সময়ত প্ৰকাশ পোৱা 'পাৰঘাট', 'জীৱনৰ তিনি অধ্যায়' আদি কিতাপত প্ৰকাশ পোৱা কথাবো শলাগ লৈছে। ড° কাকতিয়ে আমাৰ সমস্যা ৰাজিৰ প্ৰকৃত ৰূপ দাঙি ধৰি নতুন পথ দেখুৱা ধৰণৰ কিতাপৰ পয়োভৰ ঘটাবলৈ লেখকসকলক আহ্বান জনাইছে।

আধুনিক নাটকৰ বিষয়ে কবি ড° কাকতিয়ে কৈছে—"বেছি ভাগ নাটকেই আগৰ দিনীয়া বুৰঞ্জী বা পৌৰাণিক ঘটনাতে আৱদ্ধ।" সমসাময়িক কালৰ কাব্যৰ কথা উল্লেখ কৰি তেওঁ কৈছে—"কাব্যক্ষেত্ৰত যুগপোযোগী বাণীৰ অভাৱ অতি শোচনীয়। কোনোবোৰ ডেকা ল'ৰাই আধুনিক কবিতা নাম দি খোজ-ভংগী নোহোৱা লেটি পেটি শোভাযাত্ৰাৰ অনুকৰণত লয়লাস নোহোৱা ভাষাত মতবাদৰ শ্লোগান বিলাকেই হিচাপ নোহোৱা চুটী দীঘল শাৰীত লিপিবদ্ধ কৰি কবিতা বুলি প্ৰচাৰ কৰিব লাগিছে। সেইবোৰে কবিসকলৰ হৃদয়কেই যথেষ্ট পৰিমাণে তাও দিব পৰা নাই, পাঠকৰ অন্তৰ কেনেকৈ তপত কৰিব।"

আগতেই উল্লেখ কৰা হৈছে যে ড° কাকতিয়ে এই প্ৰবন্ধটো লেখাৰ সময়ত আধুনিক অসমীয়া সাহিত্য বৰ বেছি টনকীয়াল হৈ উঠা নাছিল। নাট্য সাহিত্যত জ্যোতি প্ৰসাদ আগৰৱালাৰ বাহিৰে বাকী নাট্যকাৰসকলে বৰ বেছি আলোড়নৰ

সৃষ্টি কৰিব পৰা নাছিল। ড° কাকতিৰ সময়ত নতুন কবিতাৰ পথাৰখনো বৰ সেৰেঙা হৈ আছিল। জয়ন্তী-যুগত অমূল্য বৰুৱাই নতুন কবিতা লেখিছিল যদিও তেওঁৰ অকাল মৃত্যুৱে তেওঁৰ প্ৰতিভা স্ফুৰণ হ'বলৈ সুযোগ নিদিলে। পিছত হেম বৰুৱা, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য আদিয়ে আধুনিক কবিতা লেখিবলৈ লৈছিল। ড° কাকতিৰ সময়ত এই সকল বিখ্যাত কবিৰ কবিতাই প্ৰচাৰ লাভ কৰা নাছিল। আচলতে 'কামধেনু' যুগৰ পৰাহে আধুনিক কবিতাই জন-প্ৰিয়তা লাভ কৰিবলৈ লয়। ড° কাকতি কি ভাৰতীয়, কি পাশ্চাত্যদেশ, নতুন কবিসকলৰ কবিতাৰ প্ৰতি আকৃষ্ট নাছিল যেন লাগে। কাৰণ তেওঁ টি. এছ. এলিয়টৰ দৰে বিখ্যাত কবিৰ কবিতাৰ বিষয়েও ক'তো উল্লেখ কৰা নাই, অসমীয়া নতুন কবিতা সেই সময়ত চালুকীয়া অৱস্থাত আছিল, গতিকে কাকতিৰ দৃষ্টি আকৰ্ষণ নহবৰে কথা। ড কাকতি ৰোমাণ্টিক কবিসকলৰ কবিতাৰ প্ৰবাহে আকৃষ্ট হৈছিল। বিশেষকৈ শ্বেলী তেওঁৰ প্ৰিয় কবি।

ড কাকতিয়ে অসমীয়া নতুন কবিতা সম্পৰ্কে যিখিনি মন্তব্য আগবঢ়াইছে, সেইখিনি আজিৰ সকলো কবিৰ কবিতাৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়, কিন্তু এতিয়াও এচাম কম বয়সীয়া ডেকা-গাভৰুৱে কবিতা লেখাৰ অপচেষ্টা কৰি সময় অপব্যয় কৰি আছে, এই কথা ঠিক। গতিকে কবিতা লেখিবলৈ কলম হাতত তুলি লোৱা নতুন ডেকা কবিসকলে কাকতিৰ উক্ত মন্তব্য খিনিৰ তাৎপৰ্য বুজি লৈ, তাৰ পৰা শিক্ষা গ্ৰহণ কৰিব পাৰে।

তেওঁ সেই সময়ৰ আলোচনী সমূহৰ প্ৰসঙ্গত কৈছে 'অভিযাত্ৰী' আৰু 'ৰংঘৰ' আদিৰ বাস্তৱ দৃষ্টি আছে। 'আৱাহন', 'সুৰভি' আদি 'নেজাল ভৰা'ৰ দৰে মাজে মাজে ওলায়। 'নতুন অসমীয়া' দৈনিক কাকতত দেওবৰীয়া চ'ৰাত সাহিত্য আলোচনা থাকে। ই পাঠকক উদ্দীপনা যোগায়।

অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৰ সম্পাদিত 'কথা গুৰু চৰিত'খন অভিনৱ পদাৰ্থ বুলি কৈছে। এই চৰিতখন ড কাকতিয়ে ১৯২৪ চনতেই বৰপেটাৰ পৰা সংগ্ৰহ কৰিছিল, এই কথা স্থানান্তৰত উল্লেখ কৰা হৈছে। 'আচলতে কথা গুৰু চৰিত' সংগ্ৰহ আৰু সম্পাদনাত ড° কাকতিৰো অৰিহণা আছে।

যোৰহাটৰ পৰা ওলোৱা সঙ্গীত বিদ্যালয়ৰ মুখপত্ৰ 'নটৰাজ' আলোচনীখন তেওঁ যুগ পৰিবৰ্তন সূচক বুলি কৈছে। তেওঁ আকৌ লক্ষ্য কৰিছে—

"স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা আৰু ৰজনীকান্ত বৰদলৈৰ গ্ৰন্থবোৰ পুনৰ্মুদ্ৰণ হৈছে। সেইবোৰৰ সমাদৰৰপৰা অনুমান কৰিব পাৰি অসমীয়া পঢ়ুৱৈসকলে আগ-পিছ চাবলৈ শিকিছে, অৰ্থাৎ কেবল চকুৰ আগত থকা বস্তুতেই মন আৱদ্ধ নাৰাখি পিছৰ ফালেও ধাউতি দেখুৱাইছে। এই ভাবৰ আবৰ্তন ভৱিষ্যতে উন্নতিৰ সূচনা বুলিব পাৰি। খোৱাবস্তু চোবালেহে ভিতৰলৈ যায়। সাহিত্যৰ ভাবো পাগুলিলেহে মনত লেও খাই ধৰে।"

ড° কাকতিৰ এই আলোচনাৰ পৰা ১৯৫০ চন মানলৈ অসমীয়া আধুনিক সাহিত্যৰ গতি কেনেদৰে বৰলৈ ধৰিছিল তাৰ উমানৰ লগতে সমসাময়িক কালৰ অসমীয়া সাহিত্য সম্পৰ্কে থকা কাকতিৰ ধাৰণাও জানিব পাৰি। অসমীয়া সমালোচনা সাহিত্যৰ ই আন এটি মাইলৰ খুঁটি।

# ভৱানন্দ পাঠকৰ 'বিজুলী'

অধ্যাপক বাণীকান্ত কাকতিয়ে ভৱানন্দ পাঠক নাম লৈ 'বাঁহী'ত 'বিজুলী' নামৰ ওঠৰটা প্ৰবন্ধ প্ৰকাশ কৰিছিল। এই প্ৰবন্ধসমূহত বিষয়বস্তুৰ কথাৰ পৰা তেখেতৰ অগাধ পাণ্ডিত্য প্ৰকাশ পাইছে; আনহাতে এই প্ৰবন্ধসমূহৰ ভাষা, প্ৰকাশভংগী আৰু ৰচনা ৰীতিৰ এক স্বকীয়া বৈশিষ্ট্য প্ৰকাশ পাইছে। এই প্ৰবন্ধসমূহ লেখাৰ সময়ত তেওঁ কটন মহাবিদ্যালয়ৰ ডেকা অধ্যাপক। ১৮৪২ শকৰ কাতি মাহত প্ৰকাশ পোৱা দশম বছৰ 'বাঁহী'ৰ সপ্তম সংখ্যাৰ পৰা এই আলোচনাসমূহ প্ৰকাশ পাইছিল। ১৮৪২ শকত অধ্যাপক কাকতিৰ বয়স চাৰিবশ বছৰ। তেতিয়া তেওঁ 'অসমীয়া ভাষা—ইয়াৰ গঠন আৰু বিকাশ' নামৰ গৱেষণা গ্ৰন্থখনৰ কামত লগা নাছিল। এক বিশেষ পৰিস্থিতিত পৰিহে 'বিজুলী'ৰ প্ৰবন্ধসমূহ লিখিব লগাত পৰিছিল। প্ৰখ্যাত অসমীয়া ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ সম্পাদিত 'অসম প্ৰদীপিকা'ক কেন্দ্ৰ কৰি লগা কলমৰ যুদ্ধ খনৰ ফলশ্ৰুতি হ'ল 'বিজুলী'ৰ প্ৰবন্ধসমূহ। চাৰিবশ-সাতাইশ বছৰীয়া ডেকা অধ্যাপক কাকতিয়ে কলমৰ যুদ্ধ চলাইছিল তেওঁতকৈ প্ৰায় বিশ বছৰ বয়সত ডাঙৰ প্ৰখ্যাত ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ বৈষ্ণৱ ধৰ্ম সম্পৰ্কীয় মতামতৰ বিৰুদ্ধে।

১৮৪২ শকৰ জেঠমাহৰ পৰা ৰজনীকান্ত বৰদলৈৰ সম্পাদনাত ডিব্ৰুগড়ৰপৰা 'অসম প্ৰদীপিকা' নামৰ এখন মাহেকীয়া আলোচনী প্ৰকাশ পাইছিল। এই আলোচনীত মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ বিকৃত ব্যাখ্যা আৰু বহুতো নিন্দাবাদ প্ৰচাৰ হোৱা বুলি অধ্যাপক কাকতিয়ে অনুভৱ কৰিছিল। আনকি মহাপুৰুষীয়া সকলক "মহাপুৰুষীয়া বোলা পাষণ্ড" বুলি কোৱাত কাকতিদেৱ ক্ষুণ্ণ হৈছিল আৰু ইয়াৰ প্ৰতিবাদ স্বৰূপে দশম বছৰ ষষ্ঠ সংখ্যা বাঁহীত "সমালোচনা ঃ বুৰঞ্জীৰ সম্ভাব্য-সম্ভাবনা" নামৰ এটি প্ৰবন্ধ লেখিছিল। তাত তেওঁ কৈছে—"তৃতীয় সংখ্যা 'অসম প্ৰদীপিকা'ৰ সম্পাদকীয় বক্তব্যত শ্ৰদ্ধাস্পদ শ্ৰীযুত ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াদেৱে এটি বৰ সাৰুৱা কথা কৈছে যে তৰ্ক কৰিব লাগিলে ন্যায় আৰু যুক্তিৰে পৰস্পৰলৈ শ্ৰদ্ধা ভাব ৰাখি আলোচনা কৰিব লাগে ইত্যাদি। কিন্তু দুখৰ বিষয় এই মহৎ আদৰ্শৰ ফালে অসমৰ আলোচনী কাকতবোৰে

বিশেষ মনকে নকৰে। কি ভাষা, কি ধৰ্ম কোনো বিষয়ত মতদ্বৈধ হ'লেই অসমীয়া সমালোচক সকলে গলিয়া গলিত বাজে আন কোনো যুক্তিকেই বিচাৰি নোপোৱা যেন লাগে।" (বাণীকান্ত ৰচনাৱলী) কাকতিৰ মতে 'দীপিকা'ও সঙ্গ দোষত দোষী। "মই কৈছিলোঁ যে প্ৰবন্ধবোৰ বৰ সংকীৰ্ণ ভাবে লেখা, অন্ততঃ তাত বুৰঞ্জীৰ প্ৰতি লক্ষ্য ৰখা হোৱা নাই।"

কাকতিয়ে উক্ত আলোচনাত বুৰঞ্জীৰ উদ্ধৃতি দি নানা যুক্তি দেখুৱাই বৈষ্ণৱ ধৰ্মৰ ইতিহাস ডাঙি ধৰিছিল। কিন্তু কাকতিৰ বক্তব্যই 'প্ৰদীপিকা' নিৰস্ত্ৰ কৰিব নোৱাৰিলে। 'যুগুতি বোলন্তে খণ্ডে গালি পাৱে মাত্ৰ'। ইতিমধ্যে কাকতিৰ 'নামঘোষা' নামৰ প্ৰবন্ধটি 'চেতনা'ত প্ৰকাশ পায়। 'প্ৰদীপিকা'ত 'ঘনশ্যাম দেৱ শৰ্মা' নামৰ কোনোবাই 'অধ্যাপক শ্ৰীবাণীকান্ত কাকতিৰ পুৰণি অসমীয়া সাহিত্য' নামৰ এটি সমালোচনা লিখে। এই সমালোচনাত কাকতিক বৰ বেয়াকৈ মন্তব্য কৰে। প্ৰত্যুত্তৰত কাকতিয়ে এটি প্ৰতি সমালোচনা লিখে। কাকতিৰ ভাষাত—"৮ম সংখ্যা 'প্ৰদীপিকা'ত 'চেতনা'ত প্ৰকাশ হোৱা "নামঘোষা" নামক প্ৰবন্ধৰ সমালোচনা এটি ওলাইছে। লেখক শ্ৰীযুত ঘনশ্যাম দেৱশৰ্মাই প্ৰবন্ধটি পঢ়ি সমালোচনা কৰিবলৈ ওলাইছে যে প্ৰবন্ধটোৰ নাম শুনি লেখিছে অলপ সন্দেহৰ কথা। কিয়নো প্ৰবন্ধৰ ভিতৰত থকা বহুত কথাকে তেখেতে ভুলকৈ উদ্ধাৰ কৰিছে। যি হওক তেওঁৰ প্ৰবন্ধৰ সমালোচনা তেওঁৰ নিজৰ প্ৰবন্ধৰ ভিতৰতে আছে।" (বাণীকান্ত ৰচনাৱলী) এই প্ৰবন্ধৰ মাজেৰে কাকতিয়ে তেওঁৰ 'নামঘোষা' প্ৰবন্ধত লেখা কথা বিলাক যে অমূলক বা যুক্তি-শূন্য নহয় তাক যুক্তিসহকাৰে প্ৰতিপন্ন কৰে। কিন্তু ঘনশ্যাম দেৱ শৰ্মাই ওভতগোৰে নাচিবলৈ নেৰিলে। নামঘোষাৰ প্ৰতিসমালোচনাৰ সমালোচনা 'প্ৰদীপিকা'ৰ দশম সংখ্যাত প্ৰকাশ কৰিলে। কাকতিদেৱ সন্তম হ'ল। ছদ্মবেশ ধাৰণ কৰিবলৈ বাধ্য হ'ল। 'ভৱানন্দ পাঠক' নাম লৈ 'বাঁহী'ত 'বিজুলী' নামৰ প্ৰবন্ধসমূহ লেখিবলৈ ল'লে। বেজবৰুৱাই কৃপাবৰ বৰবৰুৱা হৈ ব্যঙ্গাত্মক ৰচনাৰ জৰিয়তে সমালোচনাৰ ভাণ্ডাৰ মুকলি কৰাৰ দৰে কাকতিয়েও ব্যঙ্গাত্মক তীৰ্যক ভাষাৰে সমালোচনাৰ দুৱাৰ মুকলি কৰি প্ৰতিপক্ষক ধৰাশায়ী কৰিলে।

'অসম প্ৰদীপিকা'ৰ ১ম বছৰ ১ম সংখ্যাত প্ৰদীপিকাৰ উদ্দেশ্য সম্পৰ্কে লেখিছিল—"সাহিত্য-নীতি, ধৰ্ম-দৰ্শন, বিজ্ঞান প্ৰধানকৈ আলোচনা কৰিব।

কৃষি, শিল্প, বাণিজ্য আৰু অ'ৰ ত'ৰ বিবিধ বাৰ্তাৰ আৰু সমালোচনাও থাকিব।"

'অসম প্ৰদীপিকা'ত কোনোবা এগৰাকীয়ে 'যশস্পতি শৰ্মা' নামেৰে লেখিছিল। বাণীকান্ত কাকতিয়ে ভবানন্দ পাঠক নামে সে 'বাহী'ত লেখিছিল। কাকতিয়ে কিয় ভবানন্দ পাঠক নামেৰে আত্মগোপন কৰি লেখিব লগা হ'ল সেই বিষয়ে ১/১০/২০ ইং চনত বেজবৰুৱালৈ লেখা চিঠিত প্ৰকাশ পাইছে।—"ইয়েই কিন্তু Pseudonym এটিহে ল'ম। যদিও disguise অৰু বৈচিত্ৰ্যক দুৰ্বল কৰাহে দেখুৱা হয়, তথাপি কৰিব লগত পৰিছোঁ।" (পত্ৰলেখা)

আনহাতে 'অসম প্ৰদীপিকা'ৰ যশস্পতি শৰ্মাই 'প্ৰদীপিকা'ৰ ১ম বছৰ দশম সংখ্যাত নিজৰ পৰিচয় দিছে—"যশস্পতি বেনামী নহয়—কামৰূপ জিলাৰ বড়ীগোগ মৌজাত আমাৰ ঘৰ। নলবাৰীৰ পৰা অগ্নি কোণে দানে ১১/১২ মাইল মান আহিলে আমাৰ ঘৰ পাব। সংস্কৃত অধ্যাপনা আমাৰ ব্যৱসায়। আমাৰ বয়স ৩৮ বছৰৰ ওপৰ হৈছে।"

এই কথাখিনি বাণীকান্ত কাকতিক উদ্দেশ্য কৰি কোৱা যেন লাগে। কাৰণ বাণীকান্ত কাকতিৰ ঘৰ বৰপেটাৰ পৰা ১০ মাইলমান দূৰৰ বাতিকুৰীয়া গাওঁত। কাকতিৰ ব্যৱসায় অধ্যাপনা। বয়স ২৬/২৭ বছৰ।

'বিজুলী' প্ৰবন্ধসমূহত কাকতিৰ গভীৰ অধ্যয়ন আৰু নিশাল পাণ্ডিত্যৰ কথা প্ৰকাশ পাইছে। প্ৰবন্ধসমূহৰ বিষয়বস্তু, ভাষা আৰু ফলাফলৰ বিষয়ে চমুকৈ আলোচনা ক'ৰা হল।

'প্ৰদীপিকা'ত মহাপুৰুষীয়াসকলক পাষণ্ড বোলা কাৰণে কাকতিদেৱৰ ক্ষুণ্ণ হৈছে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ-মাধৱৰ মহাপুৰুষীয়া ধৰ্মৰ সত্য উদ্ধাৰৰ কাৰণে কাকতিয়ে চৰিত পুথি সমূহকে ধৰি বিভিন্ন ধৰ্মশাস্ত্ৰ আৰু বুৰঞ্জী অধ্যয়ন কৰিছে আৰু সত্য প্ৰতিষ্ঠাত উঠি-পৰি লাগিছে।

বৰদলৈদেৱে চৰিত পুথি সমূহ আলোচনা কৰা বাবে কাকতিয়ে ভাল পাইছে, কিন্তু চৰিত পুথি সমূহক নিজৰ মতামত একফলীয়াকৈ দাঙি ধৰাত ব্যৱহাৰ কৰা কাৰণে ভাল পোৱা নাই।

—"অতিশয় সুখৰ কথা বৰদলৈ শঙ্কৰদেৱৰ চৰিত পুথিবোৰৰ আলোচনা আৰম্ভ কৰিছে। মহাপুৰুষ আটাইকেইজনৰ চৰিত বোৰত ক'ত কি আছে সকলোবোৰ কথা উলিয়াই ৰাইজৰ আগত দাঙি ধৰি সামঞ্জস্য কৰিবলৈ সুবিধা

দিয়াত ৰাইজৰ উপকাৰত বাজে অপকাৰ নহয়। কিন্তু বৰদলৈদেৱে তেওঁক লগা কথাবোৰ বৌছকৈ ফাঁহিয়াই, তেওঁক তেওঁৰ বিশেষ অপ্ৰয়োজনীয় বা অপ্ৰীতিকৰ দুই এটি কথা দীঘলীয়া খোজ কাঢ়ি এৰি গৈছে।"

বৰদলৈদেৱে ব্ৰাহ্মণসকলৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ আৰু শূদ্ৰসকলক অলপ হেয় প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰা বুলি কাকতিয়ে অভিযোগ আনিছে। তথাকথিত সুবিধাবাদী ব্ৰাহ্মণৰ প্ৰৰোচনাত মহাপুৰুষ শংকৰ-মাধৱৰ কিমান লঘু লাঞ্ছনা হৈছিল তাক কাকতিয়ে পৰ্যালোচনা কৰি চাইছে। শ্ৰীশংকৰদেৱে আহোম ৰাজ্য এৰিব লগীয়া হোৱাতও যে তৃতীয়পক্ষ ব্ৰাহ্মণ আছিল তাকো ইংগিতেৰে প্ৰকাশ কৰিছে।

ব্ৰাহ্মণ্যধৰ্মৰ আহোম ৰাজসভাত কিদৰে প্ৰবেশ ঘটিল সেই বিষয়ে কাকতিয়ে উল্লেখ কৰিছে। "আহোম ৰাজ তাওখাম্থিৰ দ্বিতীয় মহিষীৰ সন্তান চুড়াংফা ১৩২০ শকত ৰাজপাতত বহে।" এওঁ সৰুকালত ব্ৰাহ্মণৰ ঘৰত প্ৰতিপালিত হৈছিল বাবে বামুণী কোঁৱৰ নামে জনাজাত। এওঁৱেই ব্ৰাহ্মণক ৰজা ঘৰলৈ নিলে। "তেতিয়াৰ পৰাই শালগ্ৰাম ৰাজ চাঙলৈ উঠিল আৰু তেওঁক পালন কৰা ব্ৰাহ্মণেও শাসনাদি কাৰ্যত আনে হাত দিছিল।"

তেতিয়াৰপৰা আহোম ৰাজসকলে হিন্দুমতে জন্ম-কোষ্ঠী গণনা কৰিবলৈ লয়। লাহে লাহে আহোম ৰজসকলে হিন্দু নাম লয় আৰু ব্ৰাহ্মণ দৈৱজ্ঞসকলে গণনা কৰি আহোমসকলক ইন্দ্ৰবংশীয় বুলি কয়। বামুণী কোঁৱৰৰ দিনৰপৰাই আহোম ৰাজসভাত ব্ৰাহ্মণ-প্ৰভাৱ আৰম্ভ হয়।

আহোম ৰজাসকলৰ হিন্দু ধৰ্মৰ প্ৰতি হয়তো আস্থাৰ ভাবৰ সৃষ্টি হয়, লগতে এচাম তথাকথিত ব্ৰাহ্মণৰ দ্বাৰাও যে প্ৰৰোচিত হয় তাকো নানান প্ৰমাণেৰে ধৰি ল'ব পাৰি। আহোম ৰজাসকলৰ শাক্ত হিন্দু ধৰ্মৰ প্ৰতিহে দুৰ্বলতা প্ৰকাশ পায়। এই বিলাক কাৰণতে গদাপাণি বা গদাধৰ সিংহই বৈষ্ণৱ নিৰ্যাতন কৰিছিল। ফুলেশ্বৰী কুঁৱৰীৰ দিনত পৰ্বতীয়া গোঁসায়ে দুৰ্গাপূজাৰ প্ৰচলন কৰে। মোৱামৰীয়া মহন্তসকলক নিৰ্যাতন কৰাৰ ফলস্বৰূপে প্ৰজাৰ বিদ্ৰোহে আহোম ৰাজসিংহাসন বগৰাই দিছিল।

সেইদৰে কোচ-ৰজাসকলো ব্ৰাহ্মণ্য ধৰ্মৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল। ব্ৰাহ্মণ দৈৱজ্ঞই কোচ ৰজাসকলৰ জন্ম-কোষ্ঠী গণনা কৰি পালে যে এওঁলোক শিৱবংশী, শিৱসন্তান। কোচ ৰজাসকলৰ পূৰ্বৰ নাম সলনি কৰি সুশ্ৰাব্য নাম ল'লে।

"বিপ্ৰসকলৰ গণনাৰ ফলত নাম হ'ল মল্লদেৱ বা নৰনাৰায়ণ, শুক্লদেৱ বা শুক্লধ্বজ ইত্যাদি।" বিশ্বসিংহৰ দিনতেই "কান্যকুব্জ, মিথিলা, নবদ্বীপ, কাশী, গৌড়, প্ৰভৃতি প্ৰধান নগৰৰপৰা ব্ৰাহ্মণসকলক মতাই আনি পুৰাণ, তন্ত্ৰ ইত্যাদি চৰ্চা কৰা হৈছিল।"

ৰজা ঘৰত বামুণৰ অখণ্ড প্ৰভাৱ আৰু শ্ৰীশঙ্কৰদেৱৰ প্ৰতি খল ব্ৰাহ্মণৰ গভীৰ ঈৰ্ষাৰ জৰুই—তথাপি নিজ পাণ্ডিত্য আৰু ব্যক্তিত্বৰ প্ৰভাৱেৰে শ্ৰীশঙ্কৰদেৱে ৰজঘৰীয়া ৰোষৰ পৰা সম্পূৰ্ণ মুক্ত হৈ জ্যোতিষ্মান হৈ ওলাই আহে।

বৰদলৈদেৱে 'প্ৰদীপিকা'ত দামোদৰীয়া পন্থৰ ব্ৰাহ্মণসকলক ভক্ত আৰু শুদ্ৰ-সকলক সেৱক বুলি কৈছে। লগতে 'মহাপুৰুষীয়া বোলাওতা পাষণ্ডসকলক ভাল চকুৰে চোৱা নাছিল। কাকতিয়ে এনে কথাত বিষম পাই কাপৰ তৰোৱাল ঘূৰাইছে। বৰদলৈদেৱে ব্ৰাহ্মণ্য ধৰ্মক প্ৰাধান্য দিবলৈ গৈ জাত-পাতৰ কথাৰে বিৰোধৰ সৃষ্টি কৰিব খোজাত ভৱানন্দ পাঠক ৰূপী কাকতিয়ে ধৈৰ্য্য ধৰি বৰদলৈৰ মতামত সমূহ খণ্ডন কৰিবলৈ ব্যঙ্গবাণ প্ৰয়োগ কৰিছে।

"নিৰপেক্ষ অসমীয়া বাইজে বিচাৰ কৰি চাব, বামুণ-শূদ্ৰৰ বিৰোধ ভাব 'প্ৰদীপিকা'ই ঘটাব লাগিছেনে নাই। দামোদৰ সেৱক উপলক্ষ্য কৰি ব্ৰাহ্মণসকলৰ স্বজাতি-মাহাত্ম্য প্ৰতিষ্ঠাপনৰ ভাব সম্প্ৰতি দামোদৰ উদ্ধাৰৰ ৰণৰ লগত সানমিহলিকৈ ৰাখিছে। 'প্ৰদীপিকা'ৰ গৱাকীসকলে মনত ৰখা উচিত যে সকলো জাতিৰ মানুহৰে জাতীয় অভিমান অলপ-অচৰপ আছে। চৈতন্যপন্থী নহৈও যেনেকৈ 'প্ৰদীপিকা'ই জাতীয় গৌৰৱত মতলীয়া হৈ চৈতন্যৰ প্ৰভাৱলৈ হাত মিলাব লাগিছে, ব্ৰাহ্মধৰ্মকো হিন্দুধৰ্মৰ ভিতৰলৈ আনিবৰ চেষ্টা কৰিছে আৰু মহাপুৰুষীয়া বামুণসকলৰ ফালে কেৰাহিকৈ চাব লাগিছে, দামোদৰ পন্থী শূদ্ৰ-সেৱক সকলেও যে হেজাৰ বামুণৰ আক্ৰোশ সত্ত্বেও শংকৰদেৱৰ ধৰ্মৰ নামলৈ গৌৰৱ অনুভৱ কৰিব ইয়াত বিৰোধ ভাব ( rebellious ideas ) কি থাকিব পাৰে ?"

ভৱানন্দ পাঠকৰ এনে চোকা সমালোচনাৰো বৰদলৈক নিৰস্ত কৰিব নোৱাৰিলে। ফলত পাঠকদেৱ আকৌ সজীৱ হৈ উঠিল। যুক্তি আৰু তীব্ৰ বাক্যবাণেৰে 'প্ৰদীপিকা'ক থকা-সৰকা কৰি নিজৰ মতত অটল হৈ থাকিল। বৰদলৈদেৱে '২৬ বছৰে শৰণ ভজন টিন শাস্ত্ৰ আলোচনা কৰি' অসমীয়াৰ মাজত

জাতি-বিদ্বেষ চাতিওৱা বুলি কাকতিয়ে কঠোৰ আৰু দৃঢ় হৈ প্ৰকৃত সত্য উদ্ঘাটনত ব্ৰতী হয়।

'প্ৰদীপিকা'ই ব্ৰাহ্মণক শ্ৰেষ্ঠ বুলি প্ৰতিপন্ন কৰিব বিচাৰিলেও কাকতিদেৱে বেদৰ যুগৰ পৰা আৰম্ভ কৰি বৰ্তমান যুগলৈকে কেৱল ব্ৰাহ্মণসকলৰ মাজতহে যে শ্ৰেষ্ঠ লোক আছে, আন জাতিৰ মাজত শ্ৰেষ্ঠলোক নাই, এই কথাৰ তীব্ৰ বিৰোধিতা কৰে। সকলো জাতিৰ মাজত সকলো সময়তে শ্ৰেষ্ঠলোক আছে। শ্ৰেষ্ঠজনক সকলোৱে সম্মান কৰে। শ্ৰেষ্ঠজন যদি শূদ্ৰ হয়, তথাপি ব্ৰাহ্মণেও তেওঁক সম্মান কৰাৰ অলেখ উদাহৰণ আছে।

কাকতিদেৱে উল্লেখ কৰা কেইটামান উদাহৰণ দাঙি ধৰা হ'ল—

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ জাতিত শূদ্ৰ। কিন্তু তেওঁৰ ধৰ্মত জাতিভেদ নাই। মহাপুৰুষ মাধৱদেৱে শ্ৰীশঙ্কৰদেৱক তাকেৰি অংশ অৰ্থাৎ ভগৱানৰ অংশ বুলি কৈছে। ব্ৰাহ্মণ ৰাম সৰস্বতীয়ে 'শ্ৰীমন্ত শঙ্কৰ আপুনি ঈশ্বৰ' আৰু দৈৱজ্ঞ-সাৰ্বভৌম ভট্টাচাৰ্যই স্বয়ং নাৰায়ণ বুলি কৈছে।

ব্ৰাহ্মণ দামোদৰদেৱক শ্ৰীমন্ত শংকৰদেৱে ৰাম ৰাম গুৰুৰ হতুৱাই শৰণ দিয়াইছিল।

একদিনা দামোদৰে কৰিলা বিনয়।
শৰণ লৈবাক বাপ মোহোৰ লাগয়॥
জানিলো কৃষ্ণক মই প্ৰসাদে তোমাৰ।
শৰণ কৰাইব মোৰ লাগে আপোনাৰ॥
শুনিয়া শংকৰদেৱে সন্তোষ পাইলন্ত।
ৰাম ৰাম গুৰু পাছে মাতি আনিলন্ত॥

.... .... ....

ৰাম ৰাম গুৰু শুনি হৰি-মন্দিৰত।
কৰাইলা শৰণ পুনু হৰি চৰণত॥
উপদেশ কথা যত শংকৰে কহিলা।
এহিমতে দামোদৰ আনন্দে ৰহিল॥ (ৰামানন্দ দ্বিজ)

সেই একে কথা নীলকণ্ঠ দাসৰ চৰিততো আছে—

শৰণ ভজন শিক্ষা চাৰি নাম পাইলা।
গঙ্গাজল প্ৰসাদ শংকৰে আনি দিলা॥

ধৰ্ম্মৰ ক্ষেত্ৰত সৰু-বৰ নাই। কাকতিদেৱে বেদৰ সূক্তকাৰ সকলৰ বিষয়ে বহুল ভাবে আলোচনা কৰিছে। ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ চাৰিও বৰ্ণাশ্ৰমৰ ঋষিসকলে বেদৰ সূক্ত ৰচনা কৰিছিল। আনকি কেবাগৰাকী স্ত্ৰীয়েও বেদৰ সূক্ত ৰচনা কৰিছিল।

"শৌণক মুনি-বিৰচিত 'বৃহদ্দেৱতা' নামক গ্ৰন্থত বৈদিক দেৱতা আৰু বেদমন্ত্ৰ ৰচনা কৰোঁতা ঋষিসকলৰ ইতিবৃত্ত দিয়া আছে। তাৰ বাহিৰে পুৰাণ আৰু ব্ৰাহ্মণ গ্ৰন্থবোৰত ঠায়ে ঠায়ে বেদ মন্ত্ৰৰ ৰচোঁতা ঋষিসকলৰ উল্লেখ আছে। আমাৰ মানুহৰ সাধাৰণ ধাৰণা যে বেদ কেৱল ব্ৰাহ্মণসকলেহে ৰচনা কৰিছিল। ই সম্পূৰ্ণ ভুল ধাৰণা।"

শূদ্ৰ ঋষিসকলৰ ভিতৰত কৱষ আৰু কক্ষীৱান বিশেষভাৱে উল্লেখযোগ্য। কাকতিয়ে কৱষ ঋষিয়ে সূক্ত ৰচনাৰ কাহিনী দাঙি ধৰিছে। সেইদৰে বেদৰ স্ত্ৰী ঋষিসকলৰ বিষয়েও আলোচনা কৰিছে। বিশ্ববাৰা, ইন্দ্ৰ মাতৃকাগণ, বাক্‌দেৱী, অপালা, অদিতি, ব্ৰহ্মবাদিনী ঘষা, লোপামুদ্ৰা, লোমষা ব্ৰহ্মবাদিনী, মৈত্ৰেয়ী, গাৰ্গী এই সকল বিখ্যাত বেদৰ সূক্ত ৰচনা কৰা স্ত্ৰী ঋষি।

ক্ষত্ৰিয় ঋষিসকলৰ ভিতৰত বিশ্বামিত্ৰ সৰ্বশ্ৰেষ্ঠ আছিল। "বেদৰ ভিতৰত যি মন্ত্ৰ সৰ্বশ্ৰেষ্ঠ বুলি বিপ্ৰসকলে এতিয়া স্তৱ কৰা বুলি কয়, সেই গায়ত্ৰী মন্ত্ৰৰ ৰচয়িতা ক্ষত্ৰিয় বিশ্বামিত্ৰ।" কাকতিয়ে নানা যুক্তি আৰু উদাহৰণেৰে বুজাইছে যে "বিশাল ভাৰতৰ যি বিৰটাজ্ঞান, সেই জ্ঞানৰ প্ৰতিষ্ঠাতা ক্ষত্ৰিয়সকলহে, ব্ৰাহ্মণ নহয়।....জাতিগত ভাবে বামুণৰ চিৰকলীয়া অধিকাৰ পোৰোহিত্যত, জ্ঞানত নহয়। সেই কাৰণে কুৰুক্ষেত্ৰৰ মহাসমৰত ৰথৰ টিঙত জ্ঞান ব্যাখ্যা কৰিছিল ক্ষত্ৰিয় কৃষ্ণই, যুদ্ধৰ অন্তত শৰশয্যাত পৰিও জ্ঞান ব্যাখ্যা কৰিছিল ক্ষত্ৰিয় ভীষ্মই।"

কাকতিয়ে 'উপনিষদৰ মীমাংসা—ব্ৰাহ্মণ কোন?' আলোচনাত উপনিষদৰ উদাহৰণেৰে দেখুৱাইছে—"যি পুৰুষে ব্ৰহ্মক সাক্ষাৎ কৰি থাকে তেৱেঁই ব্ৰাহ্মণ।" অৰ্থাৎ সকলো জাতিৰ লোকেই ব্ৰহ্মত্বপ্ৰাপ্ত বা ব্ৰাহ্মণত্ব লাভ কৰিব পাৰে। "এয়ে বেদ, স্মৃতি, পুৰাণ, ইতিহাস সকলোৰে অভিমত।"

'বৰ্ণাশ্ৰম বিভ্ৰাট'ত কাকতিয়ে অভিযোগ কৰিছে যে বৰদলৈদেৱে বৰ্ণাশ্ৰমৰ কথা কৈ ব্ৰাহ্মণসকলৰ কৰ্তব্যৰ কথা সোঁৱৰাই আছে। ব্ৰাহ্মণসকলে স্মৃতিৰ

নিয়ম মানি চলিব লাগে—এই কথাত কাকতিদেৱৰ আপত্তি নাই। কিন্তু "স্মৃতিৰ উপদেশৰ লগত বামুণসকলৰ আচৰণ মিলাই চাই এইটো অসংকোচে ক'ব পাৰি যে স্মৃতি-মতে আজিৰ দিনত বামুণ এটিও নাই।" স্মৃতিৰ মতে বামুণে শূদ্ৰ ৰাজ্যত থাকিব নোৱাৰে বা ম্লেছ-ভাষা কেতিয়াও শিকিব নালাগে। "ন শূদ্ৰৰাজে নিবসেৎ।" "ন ম্লেছ ভাষাং শিক্ষেত।" ভৱানন্দ পাঠকে বৰদলৈক ব্যঙ্গ কৰি কৈছে—"পিছে স্বয়ং বৰদলৈদেৱেই দেখোন ম্লেছ ভাষা শিকি এতিয়া ধন গোটাই বাণপ্ৰস্থী হ'বৰ যোগাৰ কৰিছে।"

স্মৃতিৰ নিয়ম মতে চলিবলৈ হ'লে কিছুমান কঠোৰ নিয়ম পালন কৰিব-লগীয়া হয়। স্মৃতিৰ মতে গাৰ্হস্থ্য ধৰ্ম পালন কৰা লোকে সন্ন্যাস গ্ৰহণ কৰিব খুজিলে বুঢ়া বয়সতহে যাব পাৰে। নাইবা পত্নীৰ ভৰণ-পোষণৰ দিহা কৰি পত্নীৰ মতামত গ্ৰহণ কৰিহে সন্ন্যাস গ্ৰহণ কৰিব পাৰে। চৈতন্যদেৱ, ৰামানুজ, শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংসদেৱ আদিয়েও স্মৃতিৰ নিয়ম ভঙ্গ কৰিহে সন্ন্যাস গ্ৰহণ কৰিছিল। গতিকে সাধাৰণ লোকৰ কাৰণে স্মৃতিৰ নিয়ম ৰক্ষা কৰাটো সম্ভৱপৰ নহয়। মিছা ভেম দেখুৱাই স্মৃতি শাস্ত্ৰৰ নিয়ম পালন কৰি জাত্যাভিমান প্ৰদৰ্শন কৰাৰ কোনো মানে নাই।

'বৰ্ণাশ্ৰম-তত্ত্ব' প্ৰবন্ধত কাকতিয়ে বৰদলৈদেৱৰ বৰ্ণাশ্ৰম তত্ত্বক বাককৈয়ে সমালোচনা কৰি চোকা প্ৰত্যুত্তৰ আগবঢ়াইছে। বৰদলৈৰ মতে শ্ৰীশংকৰদেৱে যে ব্ৰাহ্মণক নাম শৰণ দিয়া বুলি চৰিত পুথিত উল্লেখ আছে, এই কথা সঁচা হ'ব নোৱাৰে। কাকতিয়ে এই কথাৰ প্ৰতিবাদ কৰি শ্ৰীশংকৰদেৱে যে ব্ৰাহ্মণক নাম শৰণ দিছিল সেই কথা চৰিত পুথিৰ উদ্ধৃতি দি, যুক্তি দেখুৱাই প্ৰমাণ কৰিছে।

"শঙ্কৰদেৱেত যে বহুত ব্ৰাহ্মণে নাম-শৰণ লৈছিল, তাৰ আংশিক তালিকা এখন 'সাৰ্বভৌম ভট্টাচাৰ্য'ই তেওঁ লেখা শংকৰ-চৰিতত দি গৈছে—'তৰ্ক ভানু, বিদ্যাপতি, ৰাঘাৰাচাৰ্য' ইত্যাদি। "তাবাসৱে আপোন কুশল চিন্তা কৰি। শংকৰক গুৰু মানি ভজিলন্ত হৰি।"

কাকতিয়ে শাস্ত্ৰৰ উদ্ধৃতি দি প্ৰমাণ কৰিছে যে হৰিনাম দানত শূদ্ৰৰ অধিকাৰ আছে। ভকতৰ জাতি বিচাৰ নাই। ভকত সদায় শ্ৰেষ্ঠ। দ্বিজ দামোদৰদেৱ, হৰিদেৱ, অনন্ত কন্দলি, ৰাম সৰস্বতী, সাৰ্বভৌম ভট্টাচাৰ্য আদি মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ শিষ্য।

বৰদলৈদেৱে জাতিভেদক গুৰুত্ব দিয়া কথা খণ্ডন কৰিবলৈ ভৱানন্দ পাঠকে একাধিক আলোচনাত তীব্ৰ ব্যঙ্গাত্মক বাক্যবাণ মাৰি প্ৰতিপক্ষক থকাসৰকা কৰিছে।

শংকৰাচাৰ্যৰ যেতিয়া মাতৃ বিয়োগ হ'ল, তেতিয়া সংকাৰ কাৰ্য্য সহায় কৰিবলৈ কোনো ব্ৰাহ্মণ আত্মীয়-স্বজন আগবাঢ়ি নাহিল। শংকৰাচাৰ্য্যই চণ্ডালৰ সহায়ত মাতৃৰ মৃতদেহ সংকাৰ কৰিছিল। মন্দিৰত সেই সকলৰ প্ৰবেশৰ অধিকাৰ সাব্যস্ত কৰিছিল।

অনন্ত কন্দলিয়ে শংকৰদেৱৰ ওচৰত উচ্ছিষ্ট ভিক্ষা কৰা কথাটোক বৰদলৈদেৱে অনন্ত কন্দলিয়ে পৰমাৰ্থভাৱেৰেহে প্ৰসাদ খুজিছিল বুলি ক'ব খোজে। "বৰদলৈ দেউৰ প্ৰধান আপত্তি শূদ্ৰৰ পাতৰ ভাত বামুণে খুজিব পাৰেনে?" ভৱানন্দ পাঠকৰ মতে বৈষ্ণৱৰ মাজত জাতিভেদৰ বৈষম্য নাই। বিষ্ণু-বৈষ্ণৱ অভেদ। আচাৰ্য ৰামানুজে কাঞ্চীপূৰ্ণ নামে শূদ্ৰৰ ঔৰসত শবৰীৰ গৰ্ভজাত ভক্ত এজনৰ উচ্ছিষ্ট খাব বিচাৰিছিল। কাকতিয়ে দীঘলীয়া বৰ্ণনাৰে ৰামানুজৰ উচ্ছিষ্ট ভিক্ষাৰ কাহিনীটো ব্যাখ্যা কৰে। যি সকল মহাপুৰুষ সেই সকলৰ মানত সকলো সমান।

দক্ষিণ ভাৰতত ভক্ত আলোৱাৰ সকলৰ অসীম প্ৰভাৱ। তিৰুপ্পান আলোৱাৰ জাতিত চণ্ডাল। তেওঁ সদায় হৰিনামত বিভোল হৈ আছিল। এদিন ৰঙ্গনাথৰ মন্দিৰৰ দুৱাৰ মুখত হৰিনামত বিভোল হৈ পৰি আছিল। মুনি নামৰ মন্দিৰৰ পূজাৰী জনে চণ্ডালে দুৱাৰ মুখত পৰি আছে বুলি তিৰুপ্পানক প্ৰহাৰ কৰি আঁতৰাই পঠালে। মুনিয়ে মন্দিৰত প্ৰৱেশ কৰিবলৈ গৈ দেখে যে ভিতৰৰ পৰা মন্দিৰৰ দুৱাৰ বন্ধ। ভিতৰৰ পৰা ৰঙ্গনাথে ক'লে, "মুনি, তুমি আজি মোক প্ৰহাৰ কৰিলা, তোমাক মন্দিৰলৈ আহিব দিব নোৱাৰো। তুমি মোৰ ভক্তজনক কান্ধত লৈ মন্দিৰ প্ৰদক্ষিণ কৰা।" তেতিয়া মুনিয়ে চণ্ডাল তিৰুপ্পানক কান্ধত লৈ মন্দিৰ প্ৰদক্ষিণ কৰিলে। ভগৱানে ভক্ত ভাল পায়, ইয়াৰ উদাহৰণ অলেখ আছে।

অসমৰ মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মত থাপনাত ভাগৱত বা কীৰ্তন ঘোষা, নামঘোষা, গুণমালা, যি কোনো এখন গ্ৰন্থ ৰাখি সেৱা ভক্তি কৰা হয়। বৰদলৈদেৱে দামোদৰী সত্ৰত সংস্কৃত ভাগৱত আৰু সংস্কৃত গীতা ঠাগিৰ ওপৰত ৰখা হয় বুলি কৈছে। কোনো কোনোৱে আপত্তি তোলে যে শূদ্ৰই লেখা অসমীয়া

ভাঙনি গ্ৰন্থত মাহাত্ম্য নাথাকে। কাকতিয়ে 'শঠকোপ বা শঠাৰি-সূত্ৰ'ৰ উদাহৰণ দি এই যুক্তি খণ্ডন কৰিছে। নাথমুনি, যমুনাচাৰ্য, শঠকোপ আদি ৰামানুজৰ আগৰ মহাপুৰুষ। চণ্ডাল শঠকোপৰ তামিল ভাষাত লেখা 'শঠাৰী শূত্ৰ' পৰৱৰ্তী কালৰ ভক্তসকলৰ কাৰণে এখন আদৰণীয় গ্ৰন্থ।

শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ শূদ্ৰ। কোনো কোনোৱে ভাৱে যে শূদ্ৰ গুৰুত শৰণ ল'ব নোৱাৰি; ব্ৰাহ্মণ গুৰু লাগে। বৰদলৈদেৱেও পাকে প্ৰকাৰে চৈতন্য প্ৰভুৰ কথা কয়। কিন্তু ব্ৰাহ্মণ চৈতন্যদেৱেও কায়স্থ ৰামানন্দৰ পৰা ৰাধাতত্ত্বৰ কথা শুনি আকৃষ্ট হৈছিল।

যেই কৃষ্ণ তত্ত্ব-বেত্তা সেই গুৰু হয়।
ৰাধা-কৃষ্ণ তত্ত্ব কহি পূৰ্ণ কৰ মন
সন্যাসী বলিয়া মোৰে নাকৰ বঞ্চন।

( চৈতন্য চৰিতামৃত )

আকৌ চৈতন্যদেৱ যেতিয়া কাশীলৈ যায়, তেতিয়া তেওঁক ব্ৰাহ্মণে আশ্ৰয় দিয়া নাছিল। এথৰ শূদ্ৰৰ ঘৰতহে থাকিবলগীয়া হৈছিল।

কাশীতে লিখক শূদ্ৰ চন্দ্ৰ শেখৰ
তাৰঘৰে ৰহিলা প্ৰভু স্বতন্ত্ৰ ঈশ্বৰ।

কাকতিদেৱে 'বিজুলী' প্ৰবন্ধসমূহৰ জৰিয়তে অসমৰ বৈষ্ণৱ ধৰ্ম, আৰু ইয়াৰ আচৰণ বিধিৰ মৌলিক তত্ত্বসমূহ নানা বিতৰ্কিত আলোচনাৰে দাঙি ধৰিছে। প্ৰতিপক্ষক শেহত নিৰস্ত্ৰ কৰিবলৈ বাধ্য কৰাৰ লগতে অসমৰ বৈষ্ণৱ ধৰ্মমতক প্ৰতিষ্ঠা কৰাত আগ ভাগ ললে। লক্ষ্মীনাথ বেজবৰুৱাই আৰম্ভ কৰা অসমৰ বৈষ্ণৱ ধৰ্মৰ আলোচনাক কাকতিদেৱে সম্পূৰ্ণ কৰে বুলি ক'ব পাৰি। 'বিজুলী' যুদ্ধত অৱতীৰ্ণ হোৱাৰ ফলতে কাকতিৰ কাপৰ পৰা ওলাল Visnuite Myths and Legends নামৰ অমৰ গ্ৰন্থখন। ভৱানন্দ পাঠকে 'বিজুলী' প্ৰবন্ধবোৰ লেখাতে গভীৰ আৰু বিস্তৃত অধ্যয়নত ৰত হ'ব লগাত পৰিছিল। পুৰণি অসমৰ ধৰ্ম আৰু সমাজতত্ত্বৰ বিস্তৃত অধ্যয়নে কাকতিক অনুপ্ৰেৰণা দিলে The mother Goddess Kamakhya গ্ৰন্থখন লেখিবলৈ।

'বিজুলী' প্ৰবন্ধ সমূহৰ জৰিয়তে ভৱানন্দ পাঠক ৰূপী কাকতিয়ে প্ৰকৃত সত্যক পোহৰলৈ অনাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। তেওঁ অসমীয়া ৰাইজকো সকিয়াই দিছিল—"অলপ চকু মেলি চাওক, পুৰাণ তন্ত্ৰ আদি নিজেও

অলপ মেলি চাওক।" প্ৰকৃত তথ্য উদ্ঘাটনৰ বাবে গ্ৰন্থ অধ্যয়ন অতীব প্ৰয়োজনীয়। তেওঁ কৈছে—'An ounce of fact is greater than tons of fiction.' এনে ধৰণৰ উপদেশে অসমীয়া পাঠকৰ চকু মুকলি কৰাত সহায় কৰিছে।

বাণীকান্ত কাকতিৰ ভাষাৰ এক স্বকীয়া ৰীতি আছে। কাকতিৰ ভাষা সহজ-সৰল, অথচ উচ্চ ভাব প্ৰকাশিকা শক্তিৰে সমৃদ্ধ। কিন্তু ভৱানন্দ পাঠকৰ 'বিজুলী' প্ৰবন্ধসমূহৰ ভাষা সচৰাচৰ কাকতিয়ে লেখা ভাষাৰ লগত নিমিলে। এই ভাষা এফালে ব্যঙ্গাত্মক, আনহাতে তীব্ৰ অৰ্থ প্ৰকাশক।

ভৱানন্দ পাঠকৰ শ্লেষপূৰ্ণ ব্যঙ্গাত্মক প্ৰকাশভঙ্গীৰ দুই এটা নিদৰ্শন দাঙি ধৰা হ'ল।

ভৱানন্দ পাঠকে 'বিজুলী'ত প্ৰথম প্ৰকাশতে বাক্য বাণেৰে 'প্ৰদীপিকা'ক খোচ মাৰিছে।—"অসম প্ৰদীপিকাই সদ্ধৰ্ম আলোচনা কৰি বহুত গৱেষণাপূৰ্ণ প্ৰবন্ধ উলিয়াইছে।" আকৌ পাঠকে লেখিছে—" 'কালপাতি' বাপুৰে নানান 'শাস্ত্ৰ বৰ্থলিয়াই' কলিকালতো পুজাৰ বিধেয়তা প্ৰমাণ কৰিবলৈ লৈছে।"

'প্ৰদীপিকা'ৰ কথাবোৰ পঢ়ি পাঠক দেৱৰ সন্দেহ হৈছে—"বাস্তৱিকেই প্ৰদীপিকাৰ কিছুমান Childish যুক্তি আৰু তৰ্ক দেখি মনত হয় সেইবোৰ ২৬ বছৰ শাস্ত্ৰ আলোচনা কৰা 'বেদভ্যাসজড়ো' বৰদলৈদেৱৰ পৰা আহিব নোৱাৰে। 'প্ৰদীপিকা'ৰ লেখক বাস্তৱিকে বৰদলৈদেউ নে কোনোবা পণ্ডিত নন্দন টিকণিধৰ শৰ্মা।"

'চৈতন্যদেৱ'ৰ ধৰ্মমতৰ প্ৰতি বৰদলৈদেৱৰ দুৰ্বলতা আছে বুলি পাঠকদেৱে বৰদলৈক ব্যঙ্গ কৰি কৈছে—" 'প্ৰদীপিকা'ৰ সম্পাদকৰ বুঢ়াবয়সত চৈতন্যদেৱৰ মধুৰ ভাবমূলক ৰাধা কৃষ্ণৰ যুগল লীলাৰ প্ৰতি সবিশেষ ধাউতি দেখা গৈছে।"

বৰদলৈদেৱে 'প্ৰদীপিকা'ত গোপীধৰা, দিগম্বৰী আদি অনুষ্ঠানত গোৱা গীতবোৰত শঙ্কৰ-মাধৱৰ নামৰ ভনিতা থকাৰ কথা উল্লেখ কৰিছে। পাঠকে কৈছে—'অজলা মানুহে মহাপুৰুষৰ নামেই কুকৰ্ম কৰে।' গতিকে গুপুত ৰীতিবোৰ চলাবলৈ শঙ্কৰ-মাধৱৰ নামৰ ভনিতা দিয়াত আচৰিত হ'বলগীয়া একো নাই। কাৰণ গান্ধীৰ নামতো চিগাৰেট আৰু সুধা ওলাইছে। পাঠকে বৰদলৈক ব্যঙ্গ কৰি কৈছে—'এই গুপুত বিভাগৰ সোৱাদ পায়েই বৰদলৈদেৱে

এই বিভাগৰ বৰ পক্ষপাতী আৰু কোনোবাই এই বিষয়ে কিবা কোৱাত কিল দাঁও আহিছিল।"

এইদৰে বৰদলৈৰ প্ৰতি তীব্ৰ ব্যঙ্গ বাণ নিক্ষেপ কৰাৰ বহুতো উদাহৰণ আছে। 'বিজুলী' প্ৰবন্ধৰ পাতে পাতে তীব্ৰ বাক্যবাণৰ পয়োভৰ ঘটিছে। এনে ধৰণৰ তীব্ৰ শ্লেষপূৰ্ণ ব্যঙ্গাত্মক ভাষাৰ মাজতে পাঠকদেৱৰ হাস্যৰসৰ উহোঁ উথলি উঠিছে। কৃপাবৰ বৰুৱাৰ দৰে পাঠক দেৱে Parody ৰচনাতো পাৰ্গতালী দেখুৱাইছে। "যাদেৱী সৰ্বলোকেষু টঙ্কাৰূপেণ সংস্থিতা" বুলি বৰদলৈৰ টকাৰ প্ৰতি লোভ আছে বুলি ব্যঙ্গ কৰিছে।

পাঠকদেৱে বিভিন্ন ধৰণৰ নামবাচক শাস্ত্ৰ আৰু বিশেষণ প্ৰয়োগ কৰিও ব্যঙ্গ প্ৰকাশ কৰাৰ লগতে হাস্যৰসো সৃষ্টি কৰিছে। 'পণ্ডিত নন্দন টিকণিধৰ শৰ্মা', 'চাকীদেৱী,' 'যশস্পতি বাপু', 'গণ্ডাৰ মুৰীয়া', 'যুঁজাৰু দলৈ,' 'গান্ধী চিগাৰেট', 'দৈত্যাৰী-চাল', 'বৰদলৈ বাহিনী', আদিৰ প্ৰয়োগে পাঠকদেৱৰ ৰচনা ৰসাল কৰি তুলিছে।

বৰদলৈদেৱে 'প্ৰদীপিকা'ত প্ৰকাশ কৰা বিভিন্ন বিষয়ৰ মতামত সমূহৰ যʼত চিৰাচৰিত মতৰ লগত অমিল দেখা পাইছিল, তাতেই পাঠকৰূপী কাকতিয়ে মাত মাতিছিল। ইয়াত বিষয়ৰ যেনেকৈ বিস্তৃতি ঘটিছিল, তেনেকৈ বিষয়ব গভীৰতাও প্ৰকাশিত হৈছিল। বৰদলৈৰ প্ৰত্যুত্তৰ হিচাপে পাঠকদেৱে বিভিন্ন বিষয়ৰ অৱতাৰণা কৰিব লগীয়া হৈছিল, তাৰ কাৰণে তেওঁ যথেষ্ট অধ্যয়ন কৰিব লগীয়াত পৰিছিল। এই সকলো বিলাক আলোচনাৰ মূল বিষয় আছিল—অসমৰ মহাপুৰুষসকলৰ ধৰ্মমতৰ প্ৰকৃত ৰূপটো প্ৰকাশ হোৱাটো। বিশেষকৈ বৈষ্ণৱ ধৰ্ম আৰু শংকৰ-মাধৱৰ প্ৰতিভা যাতে বিকশিত হয় আৰু প্ৰকৃত সত্য জনগণৰ মাজত প্ৰচাৰ হয়, সেইটোৱে মূল্য উদ্দেশ্য আছিল। এই আলোচনাই অসমৰ বৈষ্ণৱ ধৰ্মৰ ওপৰত চলি থকা বিতৰ্কৰ সামৰণি ঘটালে বুলি ক'ব পাৰি।

# পখিলা

ড° বাণীকান্ত কাকতি ভাষাতাত্ত্বিক আৰু অখ্যাত সমালোচক হিচাপে যি দৰে সুপৰিচিত, সেইদৰে শিশু সাহিত্যিক ৰূপেও পৰিচিত। ৰঘুনাথ চৌধাৰীৰ সম্পাদনা কৰা 'মইনা' আলোচনীত শিশুৰ উপযোগী 'জীৱনী' লেখিবলৈ ১৯২৩ চনত বাণীকান্ত কাকতিক ভাৰ দিছিল। কাকতিয়ে গহীন বিষয় লেখা মেলা কৰাৰ লগতে সময় সুবিধা পালেই শিশু আৰু চেমনীয়াৰ উপযোগী ৰচনা লেখিছিল। বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদিত 'ৰংঘৰ' আলোচনীত 'ছেইণ্ট নিকলাছৰ টেঙচালি', 'মহিলাৰ মহাসভা', আৰু 'নাৰায়ণ বপী জোঁৱাই' প্ৰকাশ পায় ১৯৪৮ চনত। 'তুলসীদাস' ৰচনাটো 'অল ইণ্ডিয়া ৰেডিও'ত পঠিত। 'ডাৱৰ' আৱাহনত ওলায়। এইদৰে বিভিন্ন ঠাইত সিঁচৰিত হৈ থকা ১২টা লেখনী লগলগাই 'পখিলা' নাম দি 'বাণীপ্ৰকাশ মন্দিৰে' ১৯৫১ চনত শিশু বাণী কথা মালাৰ অন্তৰ্ভুক্ত কৰি প্ৰকাশ কৰে। এই গোটেই বিলাককে শিশু সাহিত্যৰ অন্তৰ্ভুক্ত বুলি ক'ব নোৱাৰি, ড° কাকতিয়ে এই কথা নিজেই কৈ গৈছে। এই কাহিনী সমূহ চেমনীয়াৰ উপযোগী হিচাপে গঢ় দিয়া হৈছে। আচলতে ইয়াৰ বিষয়বস্তু সকলো বয়সৰ লোকৰ বাবে গ্ৰহণযোগ্য আৰু উপাদেয় সাহিত্য। এই লেখনী সমূহত ড° কাকতিৰ ভাষা আৰু বিষয়বস্তুৰ সংযম বাৰুকৈয়ে লক্ষ্য কৰা যায়। লেখনীসমূহৰ চমু পৰিচয় দাঙি ধৰা হ'ল—

পখিলা :

পখিলাই আত্মবিবৃতিৰ জৰিয়তে, সিহঁতৰ স্বভাৱ আৰু অৱদানৰ কথা ব্যক্ত কৰিছে। ফুল আৰু ৰং-বিৰঙৰ গছ-লতাক কেন্দ্ৰ কৰিয়েই পখিলাৰ জন্ম। পখিলাৰ আন এটা নাম প্ৰজাপতি। পদুমফুলৰ পৰা ব্ৰহ্মাৰ জন্ম—পখিলাবো ফুলৰ মাজতেই জন্ম—সেয়েছে দুয়োৰে একে নাম। ব্ৰহ্মাই বিশ্বসংসাৰ ৰচনা কৰিছিল। পখিলায়ো কণি পাৰি লেটা ওপোজায়—তাৰপৰাই সুন্দৰ এড়ি, মুগা, পাট আদি বহুমূলীয়া কাপোৰ হয়। পখিলাই ধুনীয়া পাখিৰে ওপৰলৈ উৰে। পখিলাই মানুহকো উপদেশ দিছে মনেৰে উধাবলৈ। "জগতত ডাঙৰ চানেকি, ডাঙৰ ভাব, ডাঙৰ কাম এইবোৰেই ফুলৰ নিচিনা।" পখিলাই পাট-

মুগা কাপোৰৰ উপাদান তৈয়াৰ কৰাৰ দৰে মানুহেও ভাবেৰে জ্ঞানৰ কাপোৰৰ দৰে অমূল্য গ্ৰন্থ, আবিষ্কাৰ আৰু উদ্ভাৱনাৰ কৌশল উলিয়াব পাৰে।

কাকতিয়ে পখিলাৰ আত্মকথাৰে সহজ-সৰল ভাবে পঢ়ুৱৈ সমাজক উপদেশ দিছে, যাতে আমিও কিবা নহয় কিবা অৰিহণা যোগাব পাৰোঁ।

**নামমাহাত্ম্য ঃ**

ড° কাকতিৰ 'নাম মাহাত্ম্য'ৰ মাজেৰে নামৰ মহিমাৰ কথা প্ৰকাশ পাইছে। লক্ষ্মীনাথ বেজবৰুৱায়ো 'কেহোঁকলি' গল্পত 'কেহোঁকলি' নাম ৰখাৰ প্ৰসংগত কৈছে যে—ভাল অৰ্থযুক্ত নামৰ প্ৰভাৱ আছে। ড° কাকতিয়ে আধ্যাত্মিক দৃষ্টিভংগীৰে পৌৰাণিক কাহিনী উল্লেখ কৰি নামৰ মাহাত্ম্যৰ কথা কৈছে।—হিন্দুধৰ্মত নাম ধৰ্ম আছে। ঈশ্বৰৰ নামত যেনেদৰে মাহাত্ম্য, মানুহৰ নামতো মাহাত্ম্য আছে। গণনাৰ সময়ত মানুহ দুটা নাম ৰাখে—এটি প্ৰকাশ্য আৰু এটি গুপ্ত নাম। নামেই জীৱাত্মাৰ প্ৰতিকৃতি। ব্ৰহ্ম শব্দময় আৰু শব্দই ব্ৰহ্ম। ভাৰতীয় সকলৰ এনে বিশ্বাসৰ লগত বাইবেলৰ বিশ্বাসো মিলে—"আদিতে কেৱল শব্দই আছিল আৰু শব্দই ঈশ্বৰ"। পুৰণি ইজিপ্তৰ মানুহেও নামৰ বিশ্বাস কৰিছিল—গুপুত নামক তেওঁলোকে ৰা 'Run' বুলিছিল। কাকতিয়ে ইজিপ্তদেশৰ নাম মাহাত্ম্যৰ এটি পুৰাণ কাহিনীৰ উল্লেখ কৰিছে—

'ৰা' দেৱতাই জগত সৃষ্টি কৰিছিল। তেওঁৰ এটি ছদ্মনাম আছিল, এই ছদ্মনামৰ বলতেই তেওঁ বহুতো ঐশ্বৰ্য আৰু মহিমা দেখুৱাইছিল। আইচিচ নামৰ যাদুকৰী দেৱী এগৰাকীয়ে 'ৰা'ৰ গুপুত নামটো জানিব বিচাৰিছিল। দেৱীয়ে নানা কৌশল কৰি 'ৰা' দেৱতাৰ গুপুত নামটো উদ্ধাৰ কৰি নিজৰ কৰ্ম সিদ্ধি কৰিছিল।

আমাৰ মাজত প্ৰচলিত নাম ধৰ্মৰ গুৰুত্বব্যক্ত কৰিবৰ উদ্দেশ্যে কাকতিয়ে এনেবোৰ কাহিনীৰ উল্লেখ কৰিছে। নামধৰ্মৰ মাহাত্ম্য আছে। কাৰণ কোনো এটা নাম উচ্চাৰণ কৰাৰ লগে লগে সেই নামৰ গৰাকীজন চকুৰ আগত ভাঁহি উঠে। সেই গৰাকীজনৰ আচল নামটো নাজানিলে তেওঁৰ স্বৰূপটো উদ্ধাৰ কৰা টান।

**তুলসীদাস ঃ**

কাকতিদেৱে তুলসীদাসৰ বিষয়ে আলোচনা কৰা কথাখিনি চমুকৈ উল্লেখ কৰা হল—

"ইউৰোপ আমেৰিকা আদি দেশৰ খণ্ড জাতিয়ে সেই সেই মহাদেশৰ সংস্কৃতি নিজৰ সংস্কৃতি বুলি ভাবে। কিন্তু ভাৰতবৰ্ষত এখন ঠাইৰ লোকে আনখন ঠাইৰ সংস্কৃতিক নিজৰ বুলি ভাবিবলৈ শিকা নাই। এই দৃষ্টিকোণৰপৰা চালে তুলসীদাসৰ সাধনা ভাৰতবাসীৰ পূৰ্বপুৰুষসকলৰ সাধনাৰ এটি অধ্যায় মাথোন।"

কাকতিয়ে তুলসীদাসৰ জীৱনৰ ইতিকথা বৰ্ণনা কৰিছে। ইটেলীৰ বিখ্যাত কবি ডাণ্টেই বিয়েট্ৰিছৰ প্ৰেমত পৰি Divine Comedy ৰচনা কৰিছিল, তুলসীদাসে নিজৰ স্ত্ৰীৰ প্ৰেমক ৰাম-প্ৰেমলৈ ৰূপান্তৰিত কৰি 'ৰামচৰিত মানস ৰচনা কৰিছিল। তুলসীদাসে দুকুৰি তিনি বছৰ বয়সত ১৫৭৭ খৃষ্টাব্দত ৰাম-চৰিত মানস ৰচনা কৰে।

বাল্মীকি ৰামায়ণত ৰাম এগৰাকী আদৰ্শ বীৰ—ৰাম মানুহ। কিন্তু 'ৰামচৰিত মানস'ত ৰাম অৱতাৰী পুৰুষ—স্বয়ং ভগৱান। প্ৰথম অৱস্থাত জনমানসত 'ৰামচৰিত মানস'ৰ আদৰ হোৱা নাছিল, কাৰণ সেই সময় কবিসকলে ৰাধা-কৃষ্ণ-বিষয়ক প্ৰেমৰ কাহিনী জনসাধাৰণক আকৰ্ষিত কৰিছিল। কিন্তু তুলসীদাসে কৈছে—"মানস মানে পৃথিৱী—বগলী পাতকীৰ দৰে ইন্দ্ৰিয়াসক্ত জীৱসকলৰ বাবে এই পৃথিৱীত ঠাই নাই।" তাৰ পাছত হিন্দুস্থানী সমাজত তুলসীদাসী ৰামায়ণৰ স্থান খৃষ্টানসকলৰ বাইবেলতকৈও ওখত।

কাকতিয়ে তুলসী ৰামায়ণৰ লগত শ্ৰীশঙ্কৰদেৱৰ 'কীৰ্ত্তন ঘোষা'ৰ তুলনা কৰিছে। 'কীৰ্ত্তন' অসমীয়া সমাজৰ আদৰৰ বস্তু। কাকতিয়ে কৈছে—আধুনিক ভাষাত লেখা তিনিখন পুথিয়ে দেৱতাৰ আসন গ্ৰহণ কৰিছে। (১) তুলসী দাসৰ ৰামায়ণ, (২) শিখসকলৰ গ্ৰন্থ ছাহেব আৰু (৩) অসমীয়াৰ কীৰ্ত্তন।

তুলসীদাস আৰু শ্ৰীশঙ্কৰদেৱে ভক্তিৰ দুৱাৰ মুকলি কৰি দিছে। কাকতিৰ এই আলোচনাত এটি সৰ্বভাৰতীয় দৃষ্টিভংগী প্ৰকাশ পাইছে।

**এমুঠি সৰিয়হৰ গুটি :**

কাকতিদেৱে জনপ্ৰিয় এটি বৌধ কাহিনী দাঙি ধৰিছে। ইয়াত দুটা মূল কথা প্ৰকাশ পাইছে। এটা হল ব্যৱহাৰ নোহোৱা ধন ছাই সদৃশ আৰু আনটো হ'ল শোক-তাপ কোনোৱে ৰোধ কৰিব নোৱাৰে।

এজন কুবেৰৰ সাঁচি ঠোৱা ধন ছাইত পৰিণত হৈছিল। অথচ দিব্যজ্ঞান থকা কৃশা গৌতমী নামৰ ছোৱালী এজনীয়ে এই ছাইকে ধন সোণ বুলি চিনি পাইছিল। প্ৰতীকধৰ্মী কাহিনীটোৰ মাজেৰে প্ৰকাশ কৰা কথাটো হ'ল অব্যৱহৃত ধন ছাই সদৃশ আৰু ব্যৱহৃত ছায়ো বস্তু সদৃশ।

এই কাহিনীটোৰ দ্বিতীয় অংশটো হ'ল—কৃশা গোতমীৰ একমাত্ৰ ল'ৰাটোৰ মৃত্যু হ'ল। কৃশাই মৰা শটো গৌতম বুদ্ধৰ ওপৰলৈ লৈ গ'ল, যাতে গৌতম বুদ্ধই ল'ৰাটো জীয়াই দিয়ে। বুদ্ধই ক'লে—"তুমি এনে এঘৰৰপৰা সৰিয়হ এমুঠি আনিবা, যাৰ ঘৰত কাৰো মৃত্যু হোৱা নাই।" তেতিয়া কৃশাই নিজৰ ভুল বুজি পালে আৰু বুদ্ধত শৰণ ল'লে। "জন্ম মৃত্যু শোকতাপ সংসাৰত কোনেও ৰোধ কৰিব নোৱাৰে ; কিন্তু সেইবোৰৰ দৌৰাত্ম্যৰপৰা সাৰিবৰ একমাত্ৰ উপায় অবিচলিত চিত্তেৰে সত্যৰ ধ্যান।"

**কামনাত কেৰোণ :**

সাধাৰণ মানুহৰ ভাল বেয়াৰ জ্ঞান সীমিত। মানুহৰ বাবে কোনটো ভাল সেই কথা ঈশ্বৰ বা দেৱতাইহে ভালকৈ জানে। ড° বাণীকান্ত কাকতিয়ে তিনিটা গ্ৰীক পুৰাণৰ কাহিনী উল্লেখ কৰি দেখুৱাইছে যে সাধাৰণ মানুহৰ ভাল-বেয়াৰ জ্ঞান নাই। সেই কাহিনী কেইটা এনেধৰণৰ—

**(ক) সোণালী পৰশ :**

এইটো এটা বহুল প্ৰচাৰিত কাহিনী। লিডিয়া ৰাজ্যৰ ৰজা মাইডাচ। তেওঁ সকলে পৰা ধনলোভী আছিল। মদাহীৰ দেৱতা 'বেকাচ'ক সন্তুষ্ট কৰি বৰ মাগিলে—"মই হাতেৰে যি বস্তু চোওঁ সেয়ে সোণ হওঁক।" বেকাচে ক'লে 'তথাস্তু'। মাইডাচ আনন্দত অধীৰ হ'ল। আনন্দতে সকলো বস্তু চুই ফুৰিলে। যি চোৱে সেয়ে সোণ। আনকি জুলীয়া পানীয় খিনিও জুলীয়া সোণ হ'ল। তেতিয়াহে মাইডাচৰ চকু মুকলি হ'ল। পুনৰায় সোণৰ অত্যাচাৰৰ পৰা মুক্তি দিবলৈ দেৱতাক অনুৰোধ কৰিলে। অৱশেষে বেকাছে মাইডাচক নৈত জাপ দি সোণালী পৰশৰপৰা মুক্ত হ'বলৈ উপায় দিলে। গতিকে দেখা যায় ধনী হ'বলৈ মাইডাচে বৰ মাগিছিল, কিন্তু সেই বৰেই অভিশাপ হৈ পৰিছিল।

**(খ) অমৰ প্ৰেমিক :**

গ্ৰীক দেবী অৰোৰা অপৰূপা। তেওঁৰ সৌন্দৰ্যত ভোল গ'ল নৰ মনিচ

তিথোনাচ। অৰোৰাৰো তিথোনাচৰ প্ৰতি ভাল পোৱা জন্মিল। অৰোৰাই সৰগৰ ৰজা জুপিতাৰক অনুৰোধ কৰি তিথোনাচৰ কাৰণে এটুপি অমৃত আনিলে। তিথোনাচ অমৃত পান কৰি অমৰ হ'ল। তেতিয়া দুয়োৰে আনন্দত সীমা নোহোৱা হ'ল। দিনৰ পাছত বছৰ বাগৰিল। সময়ত তিথোনাচ অতি বুঢ়া হ'ল। কিন্তু অৰোৰা চিৰ গাভৰু। তিথোনাচৰ বাবে অমৰত্ব দিয়া হৈছিল, কিন্তু চিৰ যৌৱন নহয়। অৰোৰাই নিজৰ ভুল বুজি পালে। কিন্তু নিৰুপায়। শেহত অৰোৰাৰ অনুৰোধত দেৱতাই তিথোনাচক এটা ফৰিঙত পৰিণত কৰিলে।

(গ) অৰূপ ধুনীয়া তিৰোতা ঃ

ড কাকতিয়ে গ্ৰীক মহাকাব্য 'ইলিয়াড'ৰ হেলেন আৰু পেৰিচৰ কথা উল্লেখ কৰিছে। হেলেনৰ বাবে ট্ৰয় নগৰী ধ্বংশ হল। ৰামায়ণত সীতাক উদ্ধাৰ কৰোতে লংকাৰাজ্য ধ্বংশ হোৱাৰ দৰে। পেৰিচে দেৱতাৰ বৰত এগৰাকী ধুনীয়া তিৰোতা লাভ কৰিলে—কিন্তু ভোগ কৰিবলগীয়া হ'ল দুখ-দুৰ্গতি। কাকতিয়ে কৈছে বাসনা দুবিধ –'শ্ৰেয় আৰু প্ৰেয়'। এবিধ বাসনাই প্ৰীতি দিয়ে, আনবিধে মঙ্গল সাধন কৰে। কিন্তু কোনটো প্ৰীতিদায়ক আৰু কোনটো মঙ্গলদায়ক নিজে বিচাৰ কৰা টান। সেই কাৰণে জ্ঞানীসকলে নিৰ্দিষ্ট বস্তুৰ প্ৰতি কামনা নজনাই ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰে- "হে দেৱতা, যিটো মোৰ পক্ষে মঙ্গল দায়ক, সেইটো মোক জনাই দিয়া।"

ড কাকতিয়ে আলোচনা কৰা তিনিওটা কাহিনীয়ে শিক্ষা মূলক। অভিজ্ঞতাত হে ধৰা পৰে, কোনটো ভাল কোনটো বেয়া। এনে ধৰণৰ কাহিনী ভাৰতীয় পুৰাণ, আখ্যান আদিতো আছে। বিশেষকৈ অসুৰসকলে দেৱতাৰ পৰা বৰ খোজোতে সদায় ভুল কৰে। শেহত ভুলৰ পৰিণতিত নিজৰ পতন হয়।

নাৰায়ণৰূপী জোঁৱাই ঃ

এজন তাঁতী এগৰাকী ৰাজকুঁৱৰীৰ ৰূপত ভোল গ'ল। তাঁতীৰ বন্ধুৰ বুদ্ধিত এখন ৰথত উঠি কুঁৱৰীৰ দুৱাৰ মুখত উপস্থিত হৈ নিজকে পৰিচয় দিলে নাৰায়ণ বুলি। ৰাজকুঁৱৰীয়ে তাঁতীক নাৰায়ণ বুলিয়েই ভাবিলে।

গান্ধৰ্ব মতে দুয়োৰে বিয়া হ'ল। শেহত ৰজাই স্বয়ং নাৰায়ণ নিজৰ জোঁৱাই হোৱা বুলি জানি গৌৰৱত উথলি উঠিল। এক ছত্ৰী ৰজা হোৱাৰ সপোন দেখি চুবুৰীয়া ৰাজ্য আক্ৰমণ কৰিলে। কিন্তু যুদ্ধত হুৱাৰ উপক্ৰম হ'ল, তেতিয়া স্বয়ং নাৰায়ণে ভাবিলে কথা বিষম, এতিয়া তেওঁৰহে অপযশ। গতিকে নিজৰ গৌৰৱ অক্ষুণ্ণ ৰাখিবলৈ কৌশল কৰি ৰজাক জিকাই দিলে। নকল নাৰায়ণ ৰূপী জোঁৱাইৰ আৰু প্ৰতিপত্তি বাঢ়িল। শেহত ৰজাই 'তাঁতি' জোঁৱাইৰ আচল পৰিচয় পালে। তথাপি দয়াপৰবশ হৈ ৰাজহুৱা ভাবে ছোৱালীক বিয়া দি মাটি-বিত্তি দান কৰিলে।

এইটো এটা পুৰণি কাহিনী। কিন্তু এনে ঘটনাৰ পুনৰাবৃত্তি বাস্তৱ জীৱনতো প্ৰায়ে ঘটে।

**মহিলাৰ মহাসভা**:—গ্ৰীক নাটকৰ সাধু ৩৯২ খৃঃ পূঃ

পুৰণি গ্ৰীচ দেশৰ এথেন্স ৰাজ্যখন আইন সভাই চলাইছিল। নানা তৰহৰ শাসন নীতি চলোৱাৰ পাছতো সফলতা নোহোৱাত এবাৰ এদল মহিলাই থিক কৰিলে যে তেওঁলোকে নিজে শাসন কৰিব। আন্দোলনৰ নেতৃত্ব ল'লে প্ৰাক্‌চাগোৰী নামৰ এগৰাকী মহিলাই। দোকমোকালিতে মহিলাসকলে পুৰুষৰ বেশ লৈ আইন সভা দখল কৰিবলৈ গ'ল। তেওঁলোক আইনৰ সভালৈ আহোতে গিৰীয়েকসকলৰ জোতা-কাপোৰ-কাণি আদি পিন্ধি আহিছিল। প্ৰাক্‌চাগোৰাই কমিউনিষ্ট নেতাৰ দৰে ঘোষণা কৰিছিল—"মোৰ কৰ্মতালিকাৰ পহিলা দফাই হৈছে সমান অধিকাৰ। কোনোৱা ধনী, কোনোৱা দুখীয়া, কাৰোবাৰ বিস্তৰ জমিদাৰী, কাৰোবাৰ অগণন বন্দী-বেটী, কাৰোবাৰ এন্ধাৰত খোজ কঢ়াৰ সঙ্গী নাই—এনেবোৰ অসাম্য মোৰ শাসনত থাকিবলৈ নিদিওঁ। ভূমি, ধন আৰু আন আন সায়-সম্পত্তি সকলো নাগৰিকৰেই সমান স্বত্ব থাকিব। আমি তিৰোতাই হিচাব-নিকাচ কৰি ৰাজ্য চলাব জানো। যাৰ যিহৰ অভাৱ, সেই অভাৱ পূৰণ কৰা হ'ব।"

প্ৰাক্‌চাগোৰাৰ এনে বক্তব্য শুনি গিৰীয়েক ব্লেপিয়ে কৌতুক অনুভৱ কৰিলে। ঘৈণীয়েকৰ ৰাজ্য চলোৱাৰ নীতিবোৰ শুনি আমোদ পালে আৰু ক'লে—"কি সৌভাগ্য ; সকলোৱে মোৰ ফালে ঈৰ্ষাৰ চকুৰে চাই শলাগিব—দেখিছা নে ঔ ; সেইটো মহিলা সমিতিৰ প্ৰধান নায়িকাৰ গিৰীয়েক।"

ড° কাকতিয়ে আলোচনা কৰা এই কাহিনীটোৰে বৰ্তমান সময়ৰ তথাকথিত-মহিলা সমিতিৰ কথা মনত পেলায়। কল্পনা আৰু বাস্তৱ একে নহয়। মনত ভৰা আদৰ্শক বাস্তৱত ৰূপ দিয়া কিমান টান সেই কথা কাৰ্যক্ষেত্ৰতহে প্ৰতিপন্ন হয়। ব্যঙ্গাত্মক এই কাহিনীৰ মাজত খৃঃ পূঃ ৪ৰ্থ শতিকাতেই গ্ৰীচ দেশৰ নাৰীয়ে যে সম অধিকাৰৰ কথা চিন্তা কৰিছিল, সেই কথা জানিব পাৰি।

**মাছ অৱতাৰ :**

ড° কাকতিয়ে ছয় হাজাৰ বছৰীয়া বেবিলন নগৰৰ সভ্যতাৰ কথা উল্লেখ কৰি জ্ঞান-বিজ্ঞান আৰু লাগতিয়াল তত্ত্বকথা প্ৰচাৰ কৰোতা 'মাছ' দেৱতাৰ কথা উল্লেখ কৰিছে। লণ্ডনৰ বৃটিছ মিউজিয়ামত এটা পাঁচ হাজাৰ বছৰীয়া মাছ দেৱতাৰ মূৰ্তি আছে। পৃথিবীৰ কেবাটাও সভ্যতাৰ লগত মাছ দেৱতাৰ কথা আছে। এছিৰীয় দেশ, ফিলিষ্টিয়া দেশ, আদিতো পূৰ্বৰ কালত মাছ দেৱতাক পূজা কৰিছিল।

হিন্দুশাস্ত্ৰ পূৰাণতো মাছক ঈশ্বৰৰ তৃতীয় অৱতাৰ বুলি কৈছে। বেবিলন নগৰৰ পুৰাণৰ কাহিনীৰ লগত ভাৰতীয় কাহিনীৰ মিল আছে। এই দুইদেশৰ সভ্যতাৰো মিল আছে। ড° কাকতিয়ে পঢ়ুৱৈ সমাজক তুলনামূলক অধ্যয়নৰ বাট মুকলি কৰি দিছে।

**ডাৱৰ : ( গ্ৰীক নাটৰ সাধু )**

ড° কাকতিয়ে গ্ৰীক নাট্যকাৰ এৰিষ্টফেনিচৰ 'ডাৱৰ' নাটকৰ কাহিনী উল্লেখ কৰি সেই সময়ৰ গ্ৰীছ দেশৰ চিন্তাধাৰাৰ কথা অৱগত কৰিছে। সমাজ স্থিতিশীল, প্ৰতিভা গতিশীল। কিছুমান লোকে সমাজত চলি থকা পূৰ্বৰ ধ্যান-ধাৰণাকে লৈ প্ৰতিপত্তি চলায় আৰু কিছুমান গতিশীল প্ৰতিভাবান লোকে জ্ঞানৰ পোহৰেৰে নতুন প্ৰগতিশীল সত্য উদ্ঘাটন কৰি সেইবোৰ সমাজত চলাব বিচাৰে। তেতিয়াই স্থিতিশীল আৰু গতিশীলৰ মাজত সংঘৰ্ষৰ সৃষ্টি হয়। "খৃঃ পূঃ চতুৰ্থ শতিকাত পূৰ্বৰ গ্ৰীছৰ এথেন্স ৰাজ্যত স্থিতিশীল আৰু গতিশীলসকলৰ ভাবৰ বৈষম্যৰ ফলত ভীষণ সামাজিক চাঞ্চল্যৰ উদ্ভৱ হয়।"

খৃঃ পূৰ্ব চতুৰ্থ শতিকাত গ্ৰীচ দেশত 'ছোফিষ্ট' বা জ্ঞানবাদী বুলি পণ্ডিত

সম্প্ৰদায় এটাৰ আৱিৰ্ভাৱ হয়। তেওঁলোকে যুক্তি-তৰ্ক আৰু অলংকাৰ (Rhetoric) বিদ্যাৰে একেটা কথাকে নানা ধৰণে দেখুৱাই ধনীসকলৰ মাজত প্ৰতিপত্তি লাভ কৰিছিল। তেওঁলোক ব্যৱসায়ী পণ্ডিত। তেওঁলোক গ্ৰীছৰ স্থায়ী বাসিন্দাও নহয়। এনে সময়তে চক্ৰেটিছৰ আবিৰ্ভাব। পুৰণিপন্থী সকলৰ প্ৰতি তেওঁৰ আস্থা নাছিল আৰু এটা বস্তুক বিভিন্ন ধৰণে ব্যাখ্যা কৰাৰো তেওঁ পক্ষপাতী নাছিল। তেওঁৰ মতে কেৱল ভুলটো দেখুৱালেই নহ'ব, প্ৰকৃত সত্য কি তাক দেখুৱাব লাগিব। চক্ৰেটিছে লাভ কৰা সত্য প্ৰতিষ্ঠাৰ কাৰণে তেওঁ যতে ততে তৰ্কত অৱতীৰ্ণ হ'ব লগীয়া হৈছিল।

এনেসময়তে আবিৰ্ভাৱ হয় পুৰণি মতৰ সমৰ্থক ব্যঙ্গ নাট্যকাৰ এৰিষ্টফেনিছৰ। ছোফিষ্ট আৰু চক্ৰেটিছৰ তৰ্কৰ অৱসান ঘটাবলৈ খৃঃ পূঃ ৪২৩ ত এৰিষ্টফেনিছে 'ডাৱৰ' নামৰ নাটক অভিনীত কৰে। নাটকত চক্ৰটিছৰ প্ৰতি ব্যঙ্গৰ তীব্ৰ বাক্য বাণ নিক্ষেপ কৰিছে। কিন্তু আচৰিত কথা নাটক অভিনয় হৈ থকাৰ সময়ত বোলে চক্ৰেটিছে ৰংঘৰৰ এচুকত বহি নাটক চাই আছিল।

ড° কাকতিৰ 'ডাৱৰ'ৰ কাহিনীয়ে গ্ৰীছদেশৰ খৃঃ পূঃ চতুৰ্থ শতিকাৰ চিন্তাবিদসকলৰ কথা জানিব দিছে।

**নৰকাসুৰ :**

ভাৰতীয় পুৰাণ-কাহিনী। কালিকা পুৰাণত নৰকৰ বহল বিৱৰণ আছে। ড° কাকতিয়ে 'Mother Goddess Kamakhya' আৰু 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা' গ্ৰন্থত নৰকৰ বিষয়ে আলোচনা কৰিছে। অসমত নৰকৰ কাহিনী বহুল-ভাবে প্ৰচাৰিত। অতুল চন্দ্ৰ হাজৰিকাদেৱেও 'নৰকাসুৰ' নাটক ৰচনা কৰিছে। নৰকৰ কাহিনীৰ লগত অসমৰ ধৰ্মীয় সংস্কৃতিও জড়িত হৈ আছে। বৰাহৰূপী বিষ্ণুৰ পুত্ৰ নৰকে প্ৰাগ্‌জ্যোতিষৰ কিৰাটসকলক পৰাস্ত কৰি প্ৰাগ্‌জ্যোতিষৰ ৰজা হয়। তেওঁকেই প্ৰাগ্‌জ্যোতিষত পোন প্ৰথমে আৰ্যসংস্কৃতি স্থাপন কৰা বুলি কোৱা হয়। নৰক আৰ্যৰজা হলেও স্বভাৱত অসুৰ। ড° কাকতিয়ে সহজ-সৰল ভাবে ইয়াত নৰকৰ কাহিনী বৰ্ণনা কৰিছে।

**আলোচনা :** ওপৰত ড° বাণীকান্ত কাকতিয়ে ৰচনা কৰা 'পখিলা'ৰ অন্তৰ্গত কাহিনী সমূহৰ বিষয়ে উল্লেখ কৰা হৈছে। আগতেই উল্লেখ কৰা হৈছে

যে এই কাহিনী সমূহৰ গোটেই বিলাক শিশুৰ বাবে ৰচনা কৰা নাই। চেমনীয়া আৰু সকলো বয়সৰ লোকৰ বাবে এইবোৰ উপাদেয় সাহিত্য। বৰ্তমান সময়ত ন-শিকাৰু প্ৰাপ্তবয়স্ক লোকৰ বাবে এই পুথিখন বেছ আকৰ্ষণীয় আৰু সহায়ক হ'ব। এই কাহিনীসমূহ বিবিধ বিষয়ক। পঢ়ুৱৈৰ মাজত কৌতুহল সৃষ্টি কৰাত এই কাহিনী সমূহৰ গুৰুত্ব অধিক। এই কাহিনী সমূহ কেৱল শিক্ষামূলক নহয়, ইয়াৰ লগত কেবাখনো দেশৰ মানৱ সভ্যতা জড়িত হৈ আছে। পুৰণি কালৰ কাহিনীসমূহৰ মাজত মানব জাতিৰ কিছুমান চিৰন্তন কথা প্ৰকাশ পাইছে। লগতে এই কাহিনীসমূহৰ মাজত মানৱ সভ্যতাৰ বিকাশৰ কথাও প্ৰকাশ পাইছে। ড° কাকতিৰ জাতীয় চেতনা তীব্ৰতৰ আছিল। পুৰণি ভাৰতীয় ঐতিহ্যৰ লগত মিল থকা কেতবোৰ বিদেশী কাহিনীকো ৰসাল ভাষাৰে প্ৰকাশ কৰি পঢ়ুৱৈৰ চেতনা জাগ্ৰত কৰিবলৈ সক্ষম হৈছে।

# অসমীয়া ভাষা চৰ্চা আৰু
# ভাষাবিদ ড° বাণীকান্ত কাকতি

ভাৰতবৰ্ষৰ পূৰ অঞ্চলত ব্যৱহৃত অসমীয়া ভাষাটো আৰ্য মূলীয় ভাষা। এই ভাষাই গঢ় লোৱাৰ দিনৰপৰা বৰ্তমানলৈকে নানা পৰিবৰ্তন আৰু পৰিবৰ্ধনৰ মাজেৰে আহি আছে। একাদশ শতিকাৰ আগতেই ৰচিত 'চৰ্যাপদ'ত অসমীয়া ভাষাৰ এটি সাহিত্যিক ৰূপ পোৱা গৈছে। ক্ৰমে পৰিবৰ্ধিত হৈ ১৪ শতিকাৰ হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত্ৰ'ত অসমীয়া ভাষাৰ এটি সুষ্ঠ সাহিত্যিক ৰূপ প্ৰকাশ পায়। সেই দিনৰপৰা আহোম যুগৰ শেহলৈকে অসমীয়া ভাষাই বিভিন্ন পৰিবৰ্ধিত ৰূপৰ মাজেৰে আগবাঢ়ি আহে। ১৮২৬ চনত অসমৰ শাসন ভাৰ ইংৰাজৰ হাতলৈ যোৱাত, অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিত পাশ্চাত্য দেশৰ নানা প্ৰভাৱ পৰে, তেতিয়াৰ পৰাই অসমীয়া ভাষা-সাহিত্যৰ আধুনিক যুগ আৰম্ভ হয়।

ইংৰাজসকল অহাত অসমত পশ্চিমীয়া আৰ্হিৰ বিদ্যালয় আৰু আদালত স্থাপন হ'ল। তেতিয়া ভাষাৰ এটি নিৰ্দিষ্ট মান্য ৰূপ ব্যৱহাৰৰ প্ৰয়োজন হৈ পৰিল। এনে এটা সুস্থিৰ ৰূপ লাভ কৰাৰ আগতেই অসমীয়া ভাষাৰ ওপৰত এটি দুৰ্যোগ আহি পৰিল। ১৮৩৭ চনত অসমৰ স্কুল আৰু আদালতত অসমীয়া ভাষাৰ সলনি বঙালি ভাষাৰ প্ৰচলন হ'ল। তেতিয়াৰ পৰাই অসমীয়া ভাষাৰ পুনৰুদ্ধাৰ আৰু অসমীয়া ভাষাৰ এটি নিৰ্দ্দিষ্ট মান্যৰূপ প্ৰচাৰৰ আন্দোলন আৰম্ভ হ'ল। কোনো এটা ভাষাক নিৰ্দিষ্ট গঢ়ৰ মাজত আবদ্ধ কৰি ৰখাৰ মূলতে হ'ল, ব্যাকৰণ আৰু অভিধান। অসমীয়া ভাষাৰো ব্যাকৰণ আৰু অভিধান প্ৰণয়নৰ প্ৰয়োজন হৈ পৰিল।

১৮৪৬ চনত আমেৰিকান ব্যাপ্টিষ্ট মিছনেৰীয়ে শিৱসাগৰৰ পৰা অৰুণোদয় কাকত উলিয়ালে। 'অৰুণোদয়' কাকতত এটি নতুন অসমীয়া ভাষাৰ জন্ম হ'ল। এই ভাষাৰে পুথি-পাঁজিও ৰচিত হ'ল। আনন্দৰাম ঢেকিয়াল ফুকন আৰু মিছনেৰীসকলৰ চেষ্টাত অসমীয়া ভাষা পুনৰুদ্ধাৰ হ'ল। ১৮৭৩ চনৰ পৰা পুনৰ স্কুল আৰু আদালতত প্ৰচলন হ'ব ধৰিলে।

**অসমীয়া ভাষাৰ ব্যাকৰণ আৰু অভিধান:**

১৮৩৯ চনত যাদুৰাম ডেকাবৰুৱাই প্ৰথম অভিধান ৰচনা কৰে। এওঁৰ জন্ম ১৮০১ চনত আৰু মৃত্যু হয় ১৮৭৬ চনত। এওঁৰ পিতৃ কৃষ্ণদাস

ভঁৰালী বৰুৱা, ঘৰ যোৰহাটত। ডেকা বয়সত কেইবছৰমান চন্দ্ৰকান্ত সিংহ আৰু পাছত পুৰন্দৰ সিংহৰ চ'ৰাত বিষয় ভোগ কৰি পাছত ইংৰাজৰ অধীনত মুন্সিফ্ পদলৈ বিভিন্ন ঠাইত চাকৰি কৰি অবসৰ লয়। যাদুৰামে কলিকতাৰ বিভিন্ন বঙলা আলোচনী আৰু 'অৰুণোদয়'ত প্ৰবন্ধ দিছিল।" (অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত। পৃঃ ২৭৬)

যাদুৰাম ডেকাবৰুৱাই অভিধান খনি ৰচনা কৰি কৰ্ণেল জেন্‌কিন্সক দিয়ে। জেন্‌কিন্সে শিৱসাগৰৰ মিছন চোচাইটিক দান কৰে। এই অভিধানখনকে আহি কৰি লৈ ব্ৰন্সন চাহাবে ১৮৬৭ চনত এখন অভিধান লেখে। ব্ৰন্সন চাহাবে যাদুৰামৰ অভিধান সম্পৰ্কে লেখিছে—"The system of orthography adopted in this work is that of Jaduram Borua a learned Assamese pandit, which it is believed much better corresponds with the actual pronunciation of the people than any other system met with."

এই অভিধানখনিৰ নাম 'Bengali Dict ionary with Assamese defination.' আনন্দৰাম ঢেকিয়াল ফুকনে অভিধানখনি দেখি আনন্দিত হৈ কৈছিল—"যাদুৰাম ডেকাবৰুৱাৰ অভিধানখনি এখনি বৰ ডাঙৰ অভিধান আৰু ইয়াত প্ৰায় আটাইবোৰ অসমীয়া শব্দই আছে।"

অৰুণোদয় যুগত আখৰ জোঁটনি সম্বন্ধে অসমীয়া ভাষাৰ লেখক "কি চাহাব, কি দেশীয়, যাদুৰামকে আহি লৈছিল।" (হেমচন্দ্ৰ গোস্বামী)

আমি যিটো কথা যেনেকৈ উচ্চাৰণ কৰো তেনেকৈ লেখিব লাগে, এয়ে আছিল ডেকাবৰুৱাৰ মত। তেওঁ একে উচ্চাৰণৰ আখৰ বিলাকৰ এটা আখৰ ৰাখি বাকীবোৰ বাদ দিছিল। সেই বুলি শব্দৰ মূল হেৰুৱাৰ তেওঁ পক্ষপাতি নাছিল। "যাদুৰাম ডেকাবৰুৱা অসমীয়া ভাষাৰ প্ৰতি জনচন ( Dr. Johnson )ৰ নিচিনা হ'লেও অসমীয়াৰ ভিতৰত কোনো বচৱেল (Boswell) নথকাত, তেওঁৰ নাম অতি কম লোকেহে জানে।" ( হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী পৃঃ ১০৭-১০৮ ) অতি আক্ষেপৰ কথা যে ডেকাবৰুৱাৰ অভিধানখন ছপা হৈ নোলাল।

ড° নাথান ব্ৰাউন ঃ ব্ৰাউন চাহাবে শব্দৰ এখন মূল্যবান তালিকা সংগ্ৰহ কৰিছিল আৰু হুইটনিয়ে এইখন সম্পাদনা কৰিছিল। এইখন 'অৰুণোদয়'ত ছপা

হোৱা উল্লেখযোগ্য অসমীয়া শব্দৰ তালিকা। ব্ৰন্সনে অভিধান ৰচনা কৰোতে এই তালিকাখনৰ পৰাও সহায় লৈছিল। "I am greatly indebted to the Rev. Dr. Brown for a valuable list of words and definitions partly, all in the vernacullar."

ড° নাথান ব্ৰাউনে ১৮৪৮ চনত এখন ইংৰাজী ভাষাত অসমীয়া ভাষাৰ ব্যাকৰণ লেখিছিল। সেইখনৰ নাম—Grammatical Notices of the Assamese Language.

১৮৩৯ চনত ব্ৰন্সন চাহাবে A spelling book and vocabulary in English, Assamese, Singpho and Naga নামৰ এখন পুথি জয়পুৰ মিছন প্ৰেছৰ পৰা ছপা কৰি উলিয়ায়। ১৮৪০ চনত শ্ৰীমতী কট্টাৰৰ "অসমীয়া শব্দাৱলী আৰু খণ্ডবাক্য" ( vocabulary and phrases ) প্ৰকাশ পায়।

১৮৩৯ চনত ৰবিন্সন চাহাবে ইংৰাজী ভাষাত প্ৰথম 'অসমীয়া ব্যাকৰণ' ( A grammar of the Assamese Language ) ৰচনা কৰে।

ইয়াৰ বাহিৰেও অৰুণোদয়ত অসমীয়া ভাষা সম্পৰ্কে কেবাজনো লেখকে প্ৰবন্ধ-পাতি লেখে।

'অৰুণোদয়ৰ ৯ বচৰ। নম্বৰ ২। ফেব্ৰুআৰি ১৮৫৪', 'অচমিয়া ভাষা' ( on the Assamese Language ) নামৰ এটি আলোচনা প্ৰকাশ পায়। এই আলোচনাত প্ৰকাশ পায় যে অসমীয়া ভাষা এটা স্বতন্ত্ৰ্যীয়া ভাষা। ইয়াৰ মূল সংস্কৃত।

"এতিয়া আমি অচমিয়া ভাসাৰ বিষয়ে প্ৰস্তাৱ কৰোঁ, ভাৰতবৰ্ষত জিমান চলিত ভাসা আচে তাৰ প্ৰাই আটাযেই সংস্কৃত ভাসাৰ ঠাল, অৰ্থাৎ সকলোৰে সংস্কৃত ভাসা মূল। আৰু অচমীয়া ভাসাও ইবিলাকৰ নিচিনা সংস্কৃতৰ এটা ঠাল।"

'কোনো কোনো লোকে এনে ভাবিবও পাৰে অচমীয়া ভাসা বাঙ্গালি ভাসাৰে পৰা ওলাইচে। কিন্তু এনে চিন্তা কৰা অতি অমূলক। সিহঁত দুইৰো পৰস্পৰ জি মিল আছে সি কেৱল দুইও সংস্কৃতৰ ঠাল হোৱা দেখিহে হৈচে, নতুবা আন কাৰণ নাই। অকল বঙ্গালিও নহই, সংস্কৃতৰ জি আন এটা ঠাল উৰিয়া ভাসা, সি বঙ্গাল দেসৰো সিফাল, অচম দেসৰ পৰাও অনেক দূৰৈ, তাৰো সৰহ কথা অচমিয়াই সৈতে মিলে।'

'অচমিয়া আৰু উৰিয়া কথাৰ মাজত জি বিলাক ইটো সিটো মিল আছে, তাৰ গোটাচাবেক লিখা গৈছে।'

| অচমিয়া | উৰিয়া | বঙ্গালি |
|---|---|---|
| গচ | গচ | গাচ |
| পুখুৰি | পুখুৰি | পুকুৰ |
| ঔ | ঔ | চাল্‌তে |
| পিন্ধি | পিন্ধি | পৰে |
| খৰ | খৰা | ৰঙ্গুৰ |
| | | ইত্যাদি |

( এজন অচমিয়া লোক, ৫ জানুয়াৰী, কলিকতা, ১৮৫৪ )

অসমীয়া ভাষাৰ আখৰ জোঁটনি সম্পৰ্কে অৰুণোদয়ত আন এটি উল্লেখযোগ্য আলোচনা প্ৰকাশ পাইছিল। Style and mode of spelling, ৯। বচৰ। নম্বৰ ৪। এপ্ৰিল, ১৮৫৪।

'ভাসা লিখোঁতে, আখৰৰ জিমান জাতি, তিমান হে লিখিব লাগে; একে জাতিৰ দুই, তিনি প্ৰভেদৰ সকাম নাই। জ, য, জ-ৰ এই দুয়োৰে একেটা উচ্চাৰণ; এই হেতুকে অন্তস্থ য় ৰ বাহিৰে আন য নিলিখোঁ। শ, ষ, স তিনিটাৰ একে মাত। শ্ৰী, স্ৰীৰ একো ভেদ নেদেখো, আমি কেৱল স হে লিখোঁ। ন, ণ আৰু হ্ৰস্ব দিৰ্ঘতো এই দৰে বুজিবা।'

'........আৰু ৰেফৰ পাচত এটা আখৰ, দুটাকৈ নুফুটে; পৰ্ব্বত নো বোলে, পৰ্বত হে বোলে।'

'স্লোক লিখিলে সংস্কৃতৰ ভাৱেৰে অৱশ্যে লিখিব লাগে।"

১৮৫৫ চনত আনন্দৰাম ঢেকিয়াল ফুকনে শিৱসাগৰৰ বেপ্টিষ্ট মিছন প্ৰেছৰ পৰা "A Few remarks on the Assamese Language and on vernacular education in Assam." নামৰ এখন ৫৪ পৃষ্ঠাৰ পুথি বেনামীকৈ প্ৰকাশ কৰে। পুথিখন সম্পৰ্কে গেইট চাহাবে লেখিছে—'The author is said to have been Anandaram Dhekial Phookan, a well known Assamese Scholar. The writer gives in parallel columns the Assamese versions of the story and shows that out of 287 words, 112 are entirely different in two Languages, 98 are

similar in so far as that both have been derived from Sanskrit and only 77 of the Assamese words are either derived from or bear a very strong resemblance in Bengali. ( অসমীয়া ভাষা, পৃঃ ৯ )

১৮৬৭ চনত ব্ৰন্সনৰ অভিধান প্ৰকাশ পায়। এই অভিধানত চৈধ্য হাজাৰ শব্দ সংকলিত হৈছে। এই অভিধান ৰচনা কৰোঁতে যাদুৰাম ডেকাবৰুৱাৰ অভিধানৰ পৰা সহায় লোৱা বুলি আগতেই উল্লেখ কৰা হৈছে। ব্ৰন্সনে উজনি অসমৰ সাধাৰণ মানুহৰ মুখৰপৰা শব্দবোৰ শুনি গ্ৰহণ কৰিছিল। তেওঁৰ অভিধানত তদ্ভৱ শব্দৰ সংখ্যা বেছি। ব্ৰন্সনে আঠোটা স্বৰবৰ্ণ আৰু চোৱিশটা ব্যঞ্জন বৰ্ণ ব্যৱহাৰ কৰিছে। অৱশ্যে মাজে মাজে ৱ আখৰ ব্যৱহাৰ কৰিছে যেনে জাৱতে, গৰখাৱৈ। তৎসম আৰু তদ্ভৱ শব্দত একে আখৰ জোঁটনি ব্যৱহাৰ কৰিছে। যেনে, প্ৰিতি ( প্ৰীতি ), তিন ( তৃন ), গৰ ( গড় ), কটাখ্য ( কটাক্ষ ) আদি। ব্ৰন্সনৰ অভিধানে অসমীয়া ভাষা চৰ্চাত বিশেষ ভাৱে অৰিহণা যোগাইছিল।

মিছনেৰী যুগৰ লেখকসকলে প্ৰচলন কৰা অসমীয়া ভাষাৰ শব্দ গাঁথনি আৰু আখৰ জোঁটনিৰ সংস্কাৰ সাধন কৰি নতুন ৰূপ দিয়ে হেমচন্দ্ৰ বৰুৱাই। তেওঁ ১৮৫৯ চনত 'অসমীয়া ব্যাকৰণ', ১৮৮৬ চনত 'অসমীয়া লৰাৰ ব্যাকৰণ', ১৮৯২ চনত 'পঢ়াশলীয়া অভিধান', ১৮৯৪ চনত সংক্ষিপ্ত 'হেমকোষ' আৰু তেওঁৰ মৃত্যুৰ পাছত ১৯০০ চনত 'হেমকোষ' প্ৰকাশ পায়। আচলতে হেমচন্দ্ৰ বৰুৱাই বান্ধি দিয়া অসমীয়া ভাষাৰ ৰূপ আজিও চলি আছে। প্ৰকৃতাৰ্থত হেমচন্দ্ৰ বৰুৱা-গুণাভিৰাম বৰুৱা ( ১৮৭০ চন মানৰ পৰা ) ৰ দিনৰ পৰাই প্ৰকৃত আধুনিক অসমীয়া ভাষাৰ প্ৰচলন হয়।

কৰ্ণেল, পি, টি, গৰ্ডন আৰু হেমচন্দ্ৰ গোস্বামী অসমীয়া ভাষাৰ আহি অভিধান 'হেমকোষ'ৰ যুটীয়া সম্পাদক। 'হেমকোষ' অভিধান ছপা হৈ ওলোৱাৰ লগে লগে অসমীয়া ভাষাৰ এটি বহুদিনীয়া অভাৱ দূৰ হ'ল আৰু অসমীয়া ভাষাৰ বৈজ্ঞানিক আলোচনাৰ বাট মুকলি হ'ল।

Linguistic survey of India ( Vol. V Part )ত G. A. Grierson এ ভাৰতীয় আৰ্যভাষাৰ ( Eastern group ) অসমীয়া মান্যভাষা ( Assamese Standard Dialect ) ৰ আহি দাঙি ধৰিছিল। এই আহিৰ কাৰণে 'Parable of the Prodigal son' অৰ অসমীয়া ৰূপান্তৰ কৰিছিল

হেমচন্দ্ৰ গোস্বামীয়ে আৰু এইটো যুগুতিয়াই দিছিল কৰ্ণেল পি, আৰ, টি গৰ্ডনে। ইয়েই বিশুদ্ধ অসমীয়া ভাষাৰ নিদৰ্শন। হেমচন্দ্ৰ গোস্বামীৰ মতেও অৰুণোদয় যুগত মিছনেৰীসকলে ব্যৱহাৰ কৰা ভাষা বিশুদ্ধ অসমীয়া ভাষা নহয়।

গ্ৰীয়াৰ্চনে লেখিছে—"জনা বুজা শিক্ষিতসকলে ব্যৱহাৰ কৰা ভাষা পাদুৰি-ভাষাৰ লগত কিমান অমিল তাক দেখুৱাবৰ নিমিত্তে এই সাধুটো ৰোমান আখৰেৰে অসমীয়া উচ্চাৰণেৰে লিখি দিয়া হ'ল।"

"গৰ্ডন আৰু হেমচন্দ্ৰ গোস্বামী অসমীয়া ভাষাৰ আহিৰ্ অভিধান 'হেমকোষ'ৰ যুটীয়া সম্পাদক। তেওঁ বিলাক দুয়োজনাই অসমীয়া ভাষাৰ বিশুদ্ধতা আৰু জাতে পাতে অসমীয়া শব্দ ব্যৱহাৰ কৰাত অপ্ৰমাদী। সিবিলাকৰ তৰ্জমাত একো ভুল থাকিব নোৱাৰে। সেই কাৰণে ভাৰতীয় ভাষাৰ পুৰ ঠালটো আলোচনা কৰোতে এই অনুবাদ কৃতজ্ঞতাৰে গ্ৰীয়াৰ্চনে ব্যৱহাৰ কৰিছিল।" (পৃঃ ৪১, নং ২)

ভাৰতীয় আৰ্যভাষা পুৰঠাল

( পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃঃ ৫৮১ )

তেওঁলোকে দাঙি ধৰা নিদৰ্শন—

'Kono ezan mānuhar dutā puketasil, tāre haru-to-we bāpekāk kale, 'ai bopāi, ā ponār hampattir zibıtāk mai pāō tāk mok diyak' ইত্যাদি। ড° বাণীকান্ত কাকতিয়েও তেওঁৰ গৱেষণা গ্ৰন্থত Standard Colloquial মান্য অসমীয়া ভাষাৰ নিদৰ্শন হিছাপে এই অনুবাদটিকে আহিৰ্ হিছাপে লৈছে।

( Assamese, its Formation and Development—page, 385 )

লক্ষ্মীনাথ বেজবৰুৱাই জোনাকীৰ কেবাটাও সংখ্যাত ( ১৮১৬ শক ) ভাষা সম্পৰ্কে আলোচনা কৰিছিল। "অসমীয়া ভাষা পুৰণি ভাষা। ই প্ৰাচীন কালতো আছিল।....ই আজি পাঁচশ বছৰৰপৰা অতি উন্নত লিখিত আৰু কথিত ভাষাৰূপে চলি অহাটো আমি নিৰ্ভুলকৈ জানো।"

( বেজবৰুৱা গ্ৰন্থাৱলী, পৃঃ ১৭২০ )

বেজবৰুৱাই 'বাঁহী' ১ বছৰ ৬ষ্ঠ সংখ্যা, বহাগ, ১৮৩২ শকত 'পুৰণি অসমৰ জিলিঙনি' বুলি লিখা আলোচনাত অসমীয়া ভাষা যে ঐতিহ্যপূৰ্ণ উন্নত ভাষা সেই কথা দোহাৰিছে। গৌৰিপুৰত বহা বঙ্গীয় সাহিত্য পৰিষদত অসমীয়া

সাহিত্য সম্পৰ্কে কৰা মন্তব্যৰ বিৰুদ্ধে বেজবৰুৱাই এখানি শক্তিশালী প্ৰবন্ধ লিখিছিল। সেই প্ৰবন্ধ সমূহতো অসমীয়া ভাষাৰ মৌলিকতাৰ ওপৰত বহুতো কথা প্ৰকাশ পাইছে।

দেৱানন্দ ভৰালীৰ 'অসমীয়া ভাষাৰ মৌলিক বিচাৰ' প্ৰকাশ পায় ১৯১২ চনত। এই গ্ৰন্থখনত অসমীয়া ভাষাৰ ব্যাকৰণৰ কেবাটাও উল্লেখযোগ্য দিশ আলোচনা কৰে। কিন্তু কিতাপখন অতি সংক্ষিপ্ত হোৱা কাৰণে বহুতো কথা অস্পষ্ট হৈ থাকিল। বেজবৰুৱাই 'বাঁহী'ত ইয়াৰ সমালোচনা আগবঢ়াইছিল। —দেৱানন্দ ভৰালীয়ে "ইয়াৰ আগতে এখন অসমীয়া ইংৰাজী ব্যাকৰণ ৰচনা কৰিছিল। সেই কিতাপত লেখকৰ সুযোগ্যতাৰ চিনাকি আমি পাই তেওঁক আৰু এখন ব্যাকৰণ ডাঙৰকৈ লেখিবলৈ অনুৰোধ কৰিছিলো। এইখন যদিও তেনে ব্যাকৰণ নহয়, তথাপি লেখকে যি বাটেদি গৈ অসমীয়া ভাষাৰ মৌলিকতাৰ বিচাৰ কৰিছে, তাত তেওঁ অনেক পৰিমাণে সফলতা লাভ কৰিছে।"

( বে. গ্ৰ. পৃঃ ১৭৯৩ )

চন্দ্ৰকান্ত অভিধানঃ ১৯৩৩ চনত চন্দ্ৰকান্ত অভিধান প্ৰকাশ পায়। হেমকোষক আহি কৰি লৈ চন্দ্ৰকান্ত অভিধান ৰচনা কৰা হৈছে। কিন্তু হেম-কোষতকৈ চন্দ্ৰকান্ত অভিধান বিস্তৃত আৰু ইয়াত শব্দ সম্ভাৰ বহুতো বেছি।

কালিৰাম মেধিয়ে 'অসম বান্ধৱ'ত ১৯১২ চনতে অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব সম্পৰ্কে আলোচনা কৰিছিল। এনে আলোচনাত হুতোদিয়াৰ প্ৰসঙ্গত মেধিয়ে কৈছে—"অসমীয়া ভাষাৰ প্ৰধান অঙ্গ বিলাক ফঁহিয়াই ফঁহিয়াই বাইজৰ আগত দাঙি ধৰাই আমাৰ উদ্দেশ্য। পাৰিলে সমশেষত এবিধ সিদ্ধান্ত উলিয়াবলৈ চেষ্টা কৰা যাব। এই প্ৰবন্ধ বিলাক বাস্তৱিকে ব্যাকৰণো নহয়, অথচ ইয়াত উভয়ৰে কিঞ্চিৎ আলোচনা আছে।"—( কালিৰাম মেধি ৰচনাৱলী, পৃঃ ২৪৬ )।

এই আলোচনাত লিপি, স্বৰধ্বনি আৰু ব্যঞ্জন ধ্বনিৰ বিষয়ে দাঙি ধৰিছে। তেওঁ পুৰণি অসমত প্ৰচলিত কাইথেলি লিপি আধুনিক অসমীয়াতো গ্ৰহণৰ পক্ষপাতি। কাৰণ অসমীয়া ভাষাত ৰ, ৱ আদি আগৰ পৰাই চলি আহিছে। স্বৰধ্বনিৰ আলোচনাত তেওঁ স্বৰধ্বনি অ' ৰ স্থিতি বিচাৰি পাইছে ; কিন্তু এ (ɛ) ধ্বনিৰ উল্লেখ কৰা নাই। সেইদৰে বিশিষ্ট ব্যঞ্জন ধ্বনি কেইটাও বিচাৰি

উলিয়াব পৰা নাই। আজিৰ দৃষ্টিত এই আলোচনাটো অসম্পূৰ্ণ কিন্তু ভাষা চৰ্চ্চাৰ বুৰঞ্জীত এই আলোচনাৰ মূল্য আছে।

১৯৩৬ চনত কালিৰাম মেধিৰ সুবৃহৎ 'ভাষাতত্ত্ব' গ্ৰন্থখন প্ৰকাশ পায়। ইয়াত তেওঁ অসমীয়া ভাষাৰ বিভিন্ন দিশৰ বিস্তৃত আলোচনা কৰিছে। গ্ৰন্থখন ৰচনা কৰোতে ভাষাবিজ্ঞানৰ আধুনিক ৰীতি পালন কৰা নাই কাৰণে ইয়াক বৈজ্ঞানিক দৃষ্টিভংগীৰে চোৱাত অসুবিধা আছে বুলি ভাষা বিজ্ঞানীসকলে কয়। তথাপি এই গ্ৰন্থখনে অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব চৰ্চাৰ বিভিন্ন দিশ মুকলি কৰি দিছে।

ড° বাণীকান্ত কাকতিঃ ড° বাণীকান্ত কাকতিয়ে 'Assamere—Its Formation and Development' নামৰ গৱেষণা গ্ৰন্থখন লিখি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ১৯৩৫ চনত ডক্টৰেট ডিগ্ৰী লাভ কৰে। ড° কাকতিয়ে অসমীয়া ভাষাৰ গৱেষণা কৰিবলৈ লাভ কৰা অনুপ্ৰেৰণাৰ মূলতে আছিল, তেওঁৰ জাতীয় চেতনা, অসমীয়া ভাষা সাহিত্যলৈ গভীৰ প্ৰেম। অম্বিকাগিৰী ৰায়চৌধুৰীয়ে ড° কাকতিৰ জাতীয় চেতনা জাগ্ৰত কৰাত সহায় কৰিছিল। লক্ষ্মীনাথ বেজবৰুৱায়ো কাকতিৰ ওপৰত গভীৰ আস্থা ৰাখি, কাকতিয়ে ভাষা আৰু সাহিত্যৰ সেৱাত লাগি থাকিবলৈ উৎসাহ যোগাইছিল। কমলাকান্ত ভট্টাচাৰ্যয়ো বাণীকান্ত কাকতিক কৈছিল "বাণীকান্ত, অসমীয়াৰ সকলো হৈছে। তুমি আমাৰ এখন ফাইললজি লেখা।" ( বাণীকান্ত ৰচনাৱলী, পৃঃ ০৩ )

১৯২৬ চনত সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ Origin and Development of the Bengali Language গ্ৰন্থখন প্ৰকাশ পায়। বাণীকান্ত কাকতিয়ে অসমীয়া ভাষাৰ বিষয়ে এনে এখন গৱেষণা গ্ৰন্থ কৰাৰ কথা চিন্তা কৰিলে। কলিকতালৈ গৈ চট্টোপাধ্যায়ক লগ ধৰি তেৱো অসমীয়া ভাষাৰ বিষয়ে এনে এখন গ্ৰন্থ লেখাৰ আগ্ৰহৰ কথা প্ৰকাশ কৰে। চট্টোপাধ্যায়ে লেখিছে—"My Origin and Development of the Bengali Language was published in 1926 and after that—I cannot remember when it was exactly —he gradually formed the idea of bringing out a similar work on the writting of his own mother-tongue both of us were drawn to do something for our mother-tongues impelled by the impetus we received from our study of the history of the

English Language and Germanic Linguistics. ( Banikanta Kakati, Page. 12 )

ড° কাকতিৰ মতে অসমীয়া ভাষাৰ বৈজ্ঞানিক অধ্যয়নৰ অসমীয়া আহি নাছিল। ব্ৰন্সনৰ অভিধান, হেমকোষ, চন্দ্ৰকান্ত অভিধান আদিৰ শব্দ ব্যুৎপত্তি গ্ৰহণযোগ্য নহয়। ব্ৰাউন, নিকল, হেমচন্দ্ৰ, সত্যনাথ বৰা আদিৰ ব্যাকৰণ সমূহত বৈজ্ঞানিক দৃষ্টিভংগীৰ অভাৱ। সেই দৰে কালিৰাম মেধিৰ 'ভাষাতত্ত্ব'ও বৈজ্ঞানিক নহয়।

ড কাকতিয়ে তেওঁৰ গৱেষণা গ্ৰন্থখনৰ পাতনিত অসমীয়া ভাষাৰ ব্যাকৰণ আৰু অভিধানৰ কথা উল্লেখ কৰিছে। ড° কাকতিৰ সময়লৈ যিবোৰ ব্যাকৰণ ৰচিত হৈছিল, সেইবোৰ স্কুলীয়া পৰ্যায়ৰ। অসমীয়া ভাষাৰ গঠন সম্পৰ্কে এইবোৰ ব্যাকৰণে কোনো স্পষ্ট ধাৰণা দিব পৰা নাছিল। কালিৰাম মেধিৰ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' খন ১৯৩৬ চনত প্ৰকাশ পাইছিল। ড কাকতিয়ে লেখিছে—"It is an ambitious work and is supposed to be written on historical principles. But though it contains a mass of early Assamese forms, the mode of approach to the subject is far from scientific and it does not place this publication under any obligation" ( A. F. D. Page. IX )

ড° কাকতিয়ে গৱেষণা কৰাৰ সময়ত পূৰ্বণি অসমীয়া সাহিত্য সমূহৰ সমীক্ষিত পাঠো প্ৰকাশ পোৱা নাছিল। তেওঁ সাচিপতীয়া পুথিৰ ওপৰতে বেছিকৈ নিৰ্ভৰ কৰিব লগীয়া হৈছিল। উপভাষাৰ আলোচনাৰ কাৰণে ক্ষেত্ৰ অধ্যয়নো জটিল আছিল। অৱশ্যে তেওঁ বৰপেটা অঞ্চলত জন্ম গ্ৰহণ কৰা কাৰণে নামনি অসমৰ কথিত ভাষাত স্বভাৱতে পাৰ্গত আছিল।

ড° কাকতিয়ে ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ পৰা পোৱা সহায়ৰ কথা কৃতজ্ঞতাৰে স্বীকাৰ কৰিছে—"The incentive to undertake this work came from Dr. S. K. Chatterjee, M. A. Lit. D ( London ), Khaira Professor of Indian Linguistics, Calcutta University. He has all through helped me with valuable suggestion in every conceivable shape and form." ( A. F. D. page, XIII )

সেইদৰে ড° জুলখ ব্লখ ( Jules Block )ৰ পৰা পোৱা সহায়ৰ কথা শ্ৰদ্ধাৰে

সোঁৱৰণ কৰিছে—"Dr. Block took initiative pains to read through the entire hand-written scripts and mark certain points that he considered doubtful or uncertain." (A. F D. page, XIV)

বাণীকান্ত কাকতিয়ে thesis সম্পূৰ্ণ কৰি কলিকতা বিশ্ববিদ্যালয়ত ডক্টৰেট ডিগ্ৰীৰ কাৰণে দাখিল কৰিলে। কিন্তু technical কাৰণত প্ৰথমবাৰ গৃহীত নহ'ল। কিন্তু প্ৰফেচৰ Jules Block-অৰ দিহা পৰামৰ্শ মতে পুনৰবাৰ দাখিল কৰাত ১৯৩৫ চনত ডক্টৰেট উপাধি লাভ কৰিলে। এই গ্ৰন্থ খনৰ পৰীক্ষক আছিল ড° জুলেখ ব্লখ, অধ্যাপক পেৰিচ বিশ্ববিদ্যালয়, ড° সুনীতি কুমাৰ চট্টোপাধ্যায়, অধ্যাপক কলিকতা বিশ্ববিদ্যালয়; আৰু এ.চি. উলনাৰ, অধ্যাপক পঞ্জাব বিশ্ববিদ্যালয়।

এই গ্ৰন্থৰ পৰীক্ষক অধ্যাপক জুলেখ ব্লখে লেখিছিল—"I suppose the writer lives in a place far from academical atmosphere. But I am really surprised to find such a writting coming from such quarter."

ড° কাকতিৰ এই গৱেষণা গ্ৰন্থখন প্ৰকাশ হোৱাত দেশ বিদেশৰ বহুতো পণ্ডিতে আনন্দ প্ৰকাশ কৰিছিল। কাৰণ ড° কাকতিৰ আগতে মাথোন এই কেইখন গ্ৰন্থহে প্ৰকাশ পাইছিল—ড° ব্লখৰ La Formation de la Langul Marathe (১৯২০), L'Indo—Aryan (১৯৩৪), সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ O. D. B. L. (১৯২৬), The Indian Autiquary ত (১৯৩১—৩৩) পৰিশিষ্ট ৰূপে ওলোৱা গ্ৰিয়াৰ্ছনৰ অসম্পূৰ্ণ Modern Indo-Aryan Vernaculars; টাৰ্নাৰৰ Nepali-English Dictionary (১৯৩১) আৰু চাক্সেনাৰ Evolution of Awadhi (১৯৪১)।

কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° এম, বি এমেনুৱে ড° কাকতিৰ গ্ৰন্থখনৰ বিষয়ে এটি বিস্তৃত সমালোচনা প্ৰকাশ কৰিছিল বাকলিৰপৰা ওলোৱা এমেৰিকাৰ ভাষাতত্ত্ব সমাজৰ মুখপত্ৰ Language-অত। (Vol. 18, no. 2, 1942)

"এই ভাষাতাত্ত্বিক গৱাকীয়ে পুথিখন প্ৰশংসা কৰোঁতে কিতাপখন notable product of a very good method and ground—breaking in many ways আৰু তাত ঠায়ে ঠায়ে ডক্টৰ চট্টোপাধ্যায়তকৈয়ো superior judgment

থকা বুলিছে, আৰু পুথিখনৰ দ্বিতীয় সংস্কৰণত বৈজ্ঞানিক ত্ৰুটীবোৰ আঁতৰিব বুলি আশা কৰি উপসংহাৰত কৈছে—This is an important book in Indo-Aryan comparative and historical grammar."

( বাণীকান্ত ৰচনাৱলী, পৃঃ ২৫ )

**আলোচনা :** 'Assamese—Its Formation and Development' গ্ৰন্থখনত ড° কাকতিয়ে মূল চাৰিটা ভাগত বিষয়সমূহ আলোচনা কৰিছে। —(১) আগকথা, (২) ধ্বনিতত্ত্ব, (৩) ৰূপতত্ত্ব আৰু (৪) পৰিশিষ্ট।

আগকথাত প্ৰথমতে অসমীয়া ভাষাৰ বুৰঞ্জীৰ চমু আভাস দাঙি ধৰিছে। 'অসম' আৰু 'অসমীয়া' শব্দৰ উৎপত্তি আৰু ব্যৱহাৰ সম্পৰ্কে আলোচনা কৰিছে। 'অসম' শব্দৰ উৎপত্তিৰ বিষয়ে বুৰঞ্জীয়ে সঠিক উত্তৰ দিব পৰা নাই। ড° কাকতিয়ে অনুমান কৰে টাই ভাষাৰ চাম-ৰ লগত অসমীয়া প্ৰত্যয় আ লগ লাগি 'অসম' হৈছে।

ড° কাকতিয়ে ৰামায়ণ, মহাভাৰত, হৰিবংশ, বিষ্ণু পুৰাণ আদিত কামৰূপ আৰু প্ৰাগজ্যোতিষৰ উল্লেখৰ কথা কৈছে। হিউৱেন চাঙে ৬৪০ চনত কামৰূপ ভ্ৰমণ কৰি কামৰূপৰ বিষয়ে লেখি থৈ গৈছে। দশম শতাব্দীৰ কালিকা পুৰাণ আৰু ষোল শতাব্দীৰ যোগিনী তন্ত্ৰত কামৰূপৰ ভৌগোলিক বিৱৰণ আছে। কৰতোয়া নৈ লৈকে কামৰূপৰ পশ্চিম সীমা আছিল বুলি দুয়োখন গ্ৰন্থই কৈছে।

অসমীয়া ভাষাৰ মূল সংস্কৃত। মাগধী অপভ্ৰংশৰ পৰা অসমীয়া ভাষা ওলাইছে। ড সুনীতি কুমাৰ চট্টোপাধ্যায়ে পূৰ্ব মাগধী প্ৰাকৃত আৰু অপভ্ৰংশৰ চাৰিটা ঠালৰ কথা উল্লেখ কৰিছে। ইয়াৰে কামৰূপীৰ অন্তৰ্গত উত্তৰ বংগ আৰু অসমৰ অসমীয়া ভাষা। ড° কাকতিয়েও এই যুক্তি মানি লৈছে। কিন্তু বৰ্তমান সময়ৰ ভাষাতাত্ত্বিকে অন্যান্য প্ৰাকৃতৰ লগত থকা অসমীয়া ভাষাৰ সংশ্ৰৱৰ কথাও উল্লেখ কৰিছে। অধ্যাপক বীশ্বেশ্বৰ হাজৰিকাই শৌৰসেনী প্ৰাকৃতৰ লগত থকা অসমীয়া ভাষাৰ সম্বন্ধ দেখুৱাইছে।

অসমীয়া ভাষা যে এটা স্বতন্ত্ৰবীয়া ভাষা এই কথা ড° কাকতিয়েও দেখুৱাইছে। অসমীয়া ভাষাৰ লগত বঙালী ভাষাৰ ধ্বনিগত, ৰূপগত আৰু শব্দগত প্ৰভেদবোৰ তুলনা কৰি দেখুৱাইছে। আনন্দৰাম ঢেকিয়াল ফুকনে জুই, পানী আদি সদায় ব্যৱহাৰ হোৱা শব্দৰ বঙালী প্ৰতিশব্দৰ উদ্ধৃতি দি

অসমীয়া ভাষা যে এক স্বকীয়া ভাষা সেই কথা প্ৰতিপন্ন কৰিছিল। ড° কাকতিয়েও জুই, পানী, আদিকে তুলনা কৰি দেখুৱাইছে।

ড° কাকতিয়ে বুদ্ধ দোহাৰ লগত অসমীয়া ভাষাৰ সম্পৰ্কৰ কথা আলোচনা কৰিছে। অসমীয়া আৰু বঙালী ভাষা মাগধী অপভ্ৰংশৰ পৰা ওলোৱা কাৰণে, এই দুয়ো ভাষাতে বুদ্ধদোহাৰ ভাষাৰ মিল লক্ষ্য কৰা যায়। তেওঁ কৈছে—'Modern Assamese in certain respects shows a closer approximation to the forms and idioms preserved in the dohas.' ড° কাকতিৰ পিছৰ ভাষাতাত্ত্বিক সকলে চৰ্যাপদৰ ভাষাৰ লগত অন্য ভাষাতকৈ অসমীয়া ভাষাৰহে মিল বেছি বুলি কৈছে। ডিম্বেশ্বৰ নেওগ আৰু ড° পৰীক্ষিত হাজৰিকাই চৰ্যাৰ ভাষাৰ লগত যে অসমীয়া ভাষাৰ মিল বেছি সেই কথা আলোচনা কৰিছে।

বঙালী আৰু অসমীয়া ভাষাৰ উভৈহতীয়া লক্ষণ থকা কৃষ্ণ-কীৰ্তন গ্ৰন্থৰ আলোচনা প্ৰসংগত কৈছে—"The Krisna Kirtan presents a mixture of dialects which have not yet started on courses of imdependent development" ( A. F. D. p. 12)

ড° কাকতিয়ে অসমীয়া ভাষা-সাহিত্যৰ যুগ বিভাগ কৰিছে—

(১) পুৰণি অসমীয়া—চৈধ্য শতিকাৰ পৰা যোল শতিকালৈ—(ক) প্ৰাক্-শংকৰী (খ) শংকৰী

(২) মধ্যযুগ—সোতৰ শতিকাৰ পৰা উনৈশ শতিকাৰ আৰম্ভণি—আহোম যুগ।

(৩) উনৈশ শতিকাৰ আৰম্ভণিৰ পৰা বৰ্তমানলৈ।

ড° কাকতিয়ে উজনি অসম আৰু নামনি অসমৰ ভাষাৰ ধ্বনিগত, ৰূপগত আৰু শব্দগত পাৰ্থক্য দেখুৱাই আলোচনা কৰিছে। নামনি অসমৰ কামৰূপী আৰু গোৱালপৰীয়া উপভাষাৰ উল্লেখ কৰিছে যদিও গোৱালপৰীয়া উপভাষাৰ আলোচনা কৰা নাই।

তেওঁ অসমীয়া ভাষাৰ শব্দ সম্ভাৰৰ আলোচনা কৰি অসমীয়া ভাষাৰ ছয় বিধ শব্দৰ উল্লেখ কৰিছে।

অসমীয়া ভাষাত ব্যৱহাৰ হোৱা কিছুমান শব্দ আৰ্যেতৰ ভাষাৰপৰা অহা বুলি অনুমান কৰা হৈছে। সেই বোৰ—

(১) অষ্ট্ৰো-এচিয়াটিক—(ক) খাচি, (খ) কোল (গ) মালবীয়।

(২) তিব্বত-বর্মীয়—বড়ো

(৩) টাই আহোম

এইবোৰ ভাষাৰ পৰা অসমীয়া ভাষালৈ অহা বুলি অনুমান কৰা শব্দৰ তালিকা দাঙি ধৰিছে। কিন্তু এই শব্দবোৰৰ প্ৰকৃত মূল কি, এই সম্পৰ্কে এতিয়াও গৱেষণাৰ প্ৰয়োজন আছে। ড কাকতিয়ে বড়ো শব্দৰ আদান-প্ৰদান বিষয়ে কৈছে—'Living long in the plains and in immediate neighbourhood of Aryan-speaking people, the Bodos borrowed words freely from the Aryan dialects and without careful Examination it is often difficult to ascertain whether a particular word is of N.I.A. origin borrowed by the Bodos or vic-versa'' ( A. F. D. page. 42. )

তেওঁ অসমীয়া ভাষাত ব্যৱহাৰ হোৱা কিছুমান শব্দ আৰ্যেতৰ ভাষাৰ পৰা আহিব পাৰে বুলিছে সন্দেহ কৰিছে—আহিছে বুলি কোৱা নাই। যেনে তেওঁ কৈছে—'Some of the words of suspected Bodo origin are noted below' ( A. F. D. page, 42 )।

তেওঁ আকৌ কৈছে—'The comparative grammars of the Non-Aryan languages are not yet fully settled and one is not sure about the real origin of any words found in them' ( A. F. D. page, 26. )

ড কাকতিয়ে স্পষ্টকৈ এই দৰে কোৱাৰ পাছতো আজি কালি বহুতে থপকৈ কৈ দিয়ে—'অমুক' শব্দটো 'অমুক' ভাষাৰ পৰা আহিছে। অসমীয়া ভাষাত 'অমুক' Percent 'অমুক' ভাষাৰ শব্দ সোমাইছে, ইত্যাদি। আচলতে অসমীয়া ভাষাৰ শব্দ সম্ভাৰৰ বিষয়ে ড° কাকতিয়ে গৱেষণাৰ পাতনিহে মেলিছে, আজিৰ গৱেষকসকলে কাকতিদেৱে আৰম্ভ কৰা কামবোৰৰ আহিঁৰে আগুৱাই গৈ প্ৰকৃত সত্যক পোহৰলৈ অনাৰ প্ৰয়োজন।

**ধ্বনিতত্ত্ব ঃ**

ধ্বনিতত্ত্ব অংশত অসমীয়া ভাষাত ব্যৱহাৰ হোৱা স্বৰধ্বনি আৰু ব্যঞ্জনধ্বনি সমূহৰ বিষয়ে আলোচনা কৰিছে। অসমীয়া ভাষাৰ আঠটা বিশিষ্ট স্বৰধ্বনি

আৰু চৌবিশটা বিশিষ্ট ব্যঞ্জন ধ্বনি। ড° কাকতিয়ে ঋ ( মহাপ্ৰাণ ৰ ) ধ্বনিৰ কথা উল্লেখ কৰা নাই। গোৱালপৰীয়া উপভাষা আৰু সংগীতত ঋ ৰ উচ্চাৰণ লক্ষ্য কৰা যায়।

দ্বিতীয় অধ্যায়ত Stress-accent ৰ আলোচনা প্ৰসংগত কৈছে—'There are two different systems of stress in Assamese sharply differentiated from one another in two different dialectical areas'.

কামৰূপী ভাষাত শব্দৰ আগত শ্বাসাঘাত পৰে। ই কেঁতিয়াবা মান্য ভাষাতো প্ৰভাৱ পেলায়।

তৃতীয় অধ্যায়ত অন্ত্য স্বৰবৰ্ণৰ আলোচনা কৰিছে। মধ্য ভাৰতীয় আৰ্য-ভাষাৰ অন্ত্যস্বৰ অসমীয়াত লোপ পায়। পূৰ্বাণ ভাৰতীয় আৰ্য ভাষাৰ শেষ স্বৰধ্বনিও অসমীয়াত লোপ পায়। মধ্যভাৰতীয় ভাষাৰ শেষ স্বৰ দুটা কেঁতিয়াবা অসমীয়াত অন্য স্বৰধ্বনিলৈ পৰিৱৰ্ত্তিত হয়। অৱশ্যে ইয়াৰ ব্যতিক্ৰম হোৱাও কেঁতিয়াবা দেখা যায়।

চতুৰ্থ অধ্যায়ত শব্দৰ পূৰ্বস্বৰৰ বিষয়ে আলোচনা কৰিছে। শ্বাসাঘাতৰ অভাৱত কেঁতিয়াবা পূৰ্বস্বৰ লোপ পায়। যেনে—অভ্যন্তৰ>ভিতৰ।

তৎসম শব্দত এটা আদ্য স্বৰ থাকিলে অসমীয়াত অপৰিৱৰ্তিত থাকে। যেনে—উলূপ>উলু, ভূমি>ভুঁই। কেঁতিয়াবা অন্য স্বৰলৈ ৰূপান্তৰিত হয়—সপ্তদশ>সোতৰ; বিল্ব>বেল।

তৎসম শব্দত দুটা স্বৰ থাকিলে অসমীয়াত অন্য স্বৰধ্বনিলৈ পৰিৱৰ্তিত হয়। যেনে—শৈবাল>শেবাল, কৈবৰ্ত>কেওঁট।

পঞ্চম অধ্যায়ত শব্দৰ মাজত থকা স্বৰবৰ্ণৰ বিষয়ে আলোচনা কৰিছে—বিভিন্ন কাৰণত শব্দৰ মাজত থকা স্বৰধ্বনি কেঁতিয়াবা লোপ পায়, কেঁতিয়াবা অন্য ধ্বনিলৈ ৰূপান্তৰিত হয়।

লোপ—গৰ্দভ>গাধ

অ>আ—এক+দশ>একাদশ

অ>উ—ব্ৰাহ্মণ>বামুণ

অ>আ—কংকাল>কঁকাল

আ>অ—নিহাৰ>নিয়ঁৰ ইত্যাদি।

ষষ্ঠ অধ্যায় ঃ স্বৰবৰ্ণৰ মাজত থকা ব্যঞ্জন বৰ্ণৰ লোপ ঘটিলে, স্বৰধ্বনিৰ তিনি ধৰণৰ পৰিবৰ্তন ঘটে।

(ক) দ্বিস্বৰলৈ পৰিবৰ্তন হয় = নদী > নৈ

(খ) এটা স্বৰবৰ্ণলৈ গতি কৰে = কদল > কল

(গ) স্বৰ দুটাৰ মাজত য়, ৱ বহে = কুহেলিকা > কুঁৱলি।

সপ্তম অধ্যায়ত Vowel Mutation বা umlaut বা অন্যস্বৰৰ প্ৰভাৱত ৰ অৰ্ধস্বৰৰ প্ৰভাৱত স্বৰধ্বনি কিদৰে পৰিবৰ্তন হয়, সেই বিষয়ে পূৰ্বাণ অসমীয়া, মান্য অসমীয়া আৰু কামৰূপী শব্দৰ পৰা উদাহৰণ দাঙি ধৰিছে।

অষ্টম অধ্যায়ত O. I. A. r ( ঋ ) অসমীয়াত কিদৰে পৰিবৰ্তিত হয়, তাকে আলোচনা কৰিছে। সংস্কৃত ঋ অসমীয়া ভাষাত বিভিন্ন স্বৰধ্বনিলৈ ৰূপান্তৰিত হয়। যেনে—

ঋ > —অ > আ, কৃষ্ণ > কানু

ঋ > ই > ই > = ঘৃত > ঘিউ

ঋ > উ > উ = ঋজু > উজু

ঋ > এ = গৃহিতি > ঘেনে

ঋ > ও = বৃন্ট > বোঁটা ইত্যাদি।

নৱম অধ্যায়ত Intrutive Vowel-অৰ বিষয়ে উদাহৰণসহ বহলাই আলোচনা কৰিছে। স্বৰধ্বনিৰ বিভিন্ন পৰিৱৰ্তনক স্বৰভক্তি, স্বৰাগম, অপিনিহিতি, অন্ত্য অনুস্বৰ, অনুনাসিকৰণ, ধাৰাবাহিক অনুনাসিকৰণ আদি বোলে। ইয়াৰ ফলত স্বৰধ্বনিৰ পৰিবৰ্তন ঘটে।

দশম অধ্যায়ত অসমীয়া স্বৰবৰ্ণৰ উৎসৰ বিষয়ে আলোচনা কৰিছে। অসমীয়া ভাষাত ব্যৱহাৰ হোৱা ২১ টা দ্বিস্বৰৰ আলোচনা কৰিছে। দ্বিস্বৰৰ মাজত কেতিয়াবা শ্ৰুতি ধ্বনি ৱ আৰু য় বহে।

একাদশ অধ্যায়ত O. I. A. ব্যঞ্জন ধ্বনি অসমীয়াত কিদৰে ব্যৱহাৰ হয় তাৰ বিস্তৃত আলোচনা কৰিছে।

দ্বাদশ অধ্যায়ত ব্যঞ্জন বৰ্ণৰ উৎসৰ বিষয়ে আলোচনা কৰিছে।

**ৰূপতত্ত্ব ঃ**

ড° কাকতিয়ে তেওঁৰ গ্ৰন্থৰ ৰূপতত্ত্ব খণ্ডত অসমীয়া ভাষাৰ বৈয়াকৰণিক বৈশিষ্ট্য সমূহ বিশ্লেষণ কৰি দেখুৱাইছে।

ত্ৰয়োদশ অধ্যায়ত অসমীয়া ভাষাত ব্যৱহাৰ হোৱা প্ৰত্যয়ৰ বিষয়ে বিস্তৃত ভাবে আলোচনা কৰিছে।

চতুৰ্দশ অধ্যায়ত নিৰ্দিষ্ট নিদেৰ্শক প্ৰত্যয়ৰ ব্যৱহাৰ আৰু মূলৰ বিষয়ে আলোচনা কৰিছে। অসমীয়া ভাষাত প্ৰচলিত এই লক্ষণটো ক'ৰ পৰা আহিল, সেই সম্পৰ্কে বিভিন্ন পণ্ডিতে বিভিন্ন মতামত দিছে। ড° কাকতিয়ে এইবোৰ আৰ্যেতৰ ভাষাৰ প্ৰভাৱত হোৱা বুলি সন্দেহ কৰে। আন কিছুমান পণ্ডিতৰ মতে এই ৰীতিটো মূল ইণ্ডো-ইউৰোপীয় ভাষাত নাই যদিও ভাৰতীয় আৰ্যভাষা, দ্ৰাবিড় আৰু মুণ্ডা ভাষাত নিৰ্দিষ্ট নিৰ্দেশক প্ৰত্যয়ৰ ব্যৱহাৰ আছে।

এই একে অধ্যায়তে ড° কাকতিয়ে সম্বন্ধবাচক বিশেষ্যৰ পুৰুষবাচক প্ৰত্যয়ৰ ব্যৱহাৰৰ আলোচনা কৰিছে। বৰ্তমান সময়ত অসমীয়া ভাষাত সম্বন্ধবাচক বিশেষ্যৰ ব্যৱহাৰত বহুতো খেলি মেলি হোৱা দেখা যায়। ইয়াৰ ফলত অসমীয়া ভাষাৰ স্বকীয় বৈশিষ্ট্য বহুখিনি নোহোৱা হৈছে। এই বিষয়ে কাকতে পত্ৰই লেখা লেখিও চলিছে। ড° কাকতিয়ে আলোচনা কৰা অসমীয়া ভাষাত সম্বন্ধ বাচক বিশেষ্যৰ ব্যৱহাৰ যাতে সঠিক ভাবে হয় তাৰ প্ৰতি সকলোৰে সজাগ হোৱাৰ প্ৰয়োজন।

পঞ্চদশ অধ্যায়ত অসমীয়া ভাষাত ব্যৱহাৰ হোৱা লিঙ্গ-বচন, বহুবচন, কাৰক-বিভক্তি আদিৰ বিষয়ে বিস্তাৰিত ভাবে উদাহৰণসহ আলোচনা কৰিছে।

ষষ্ঠদশ অধ্যায়ত সৰ্বনাম পদৰ মূল আৰু ব্যৱহাৰৰ বিস্তৃত আলোচনা কৰিছে। সপ্তদশ অধ্যায়ত ক্ৰিয়াৰ মূল, অষ্টাদশ অধ্যায়ত ক্ৰিয়াৰ ধাতুৰূপ আৰু ঊনবিংশ অধ্যায়ত Post position আদিৰ আলোচনা আগবঢ়াইছে। বিংশ অধ্যায়ত স্বাৰ্থিক প্ৰত্যয়ৰ মূল আৰু ব্যৱহাৰৰ বিষয়ে আলোচনা কৰিছে। মাগধী উপভাষাৰ ভাষা সমূহত এই লক্ষণ বিদ্যমান।

একবিংশ অধ্যায়—শেষ অধ্যায়ঃ

ড° কাকতিয়ে আগৰ অধ্যায় বিলাকত দেখুৱাইছে যে অসমীয়া ভাষাৰ মূল সংস্কৃত ( O. I. A. ), মধ্যভাৰতীয় ( M. I. A. ) ভাষাৰ মাজেৰে আহোতে মূল ধ্বনি আৰু বৈয়াকৰণিক লক্ষণৰ সলনি ঘটি অসমীয়া ভাষাত পৰিণত হৈছে। কিন্তু যদিও ই মূলতঃ আৰ্যভাষা, তথাপি অসমীয়া ভাষা কোৱা লোকসকলৰ আশে-পাশে আৰু মাজে-মাজেও আৰ্যেতৰ ভাষা কোৱা লোকৰ বসবাস। ভাবৰ আদান-প্ৰদানৰ ফলত অন্য ভাষা ভাষীৰ প্ৰভাৱ পৰাটো স্বাভাৱিক। ড° কাকতিয়ে

কৈছে—"Assamese is surrounded on all sides by Non-Aryan speeches. It may even be said that Assamese is a small island in a sea of diverse Non-Aryan languages and as such Assamese may be regarded as being more open to Non-Aryan influences does not appear to be as great." ( A. F. D. )

শ্ৰীমন্ত শংকৰ-মাধৱৰ শক্তিশালী সাহিত্য-ৰচনাই অসমীয়া মান্য ভাষাৰ প্ৰচলন বৃদ্ধি কৰিছিল। তথাপিও আৰ্যেতৰ ভাষাৰ প্ৰভাৱ অসমীয়া ভাষাৰ ওপৰত পৰিছে। ড° কাকতিয়ে ধ্বনিগত, ৰূপগত আৰু শব্দগত সম্ভাব্য প্ৰভাৱৰ আলোচনা কৰিছে।

অসমীয়া ভাষাত দন্ত্য আৰু মূৰ্ধন্য ধ্বনি দন্তমূলীয় ( alveolar ) ধ্বনি হিচাপে উচ্চাৰিত হয়। ড° কাকতিয়ে বড়ো ভাষাৰ প্ৰভাৱত অসমীয়া ভাষাত দন্তমূলীয় ( alveolar ) ধ্বনি উচ্চাৰিত হয় বুলি অনুমান কৰে। কিন্তু তিব্বত বৰ্মীয় ভাষাতেই alveolar ধ্বনি নাছিল বুলি ড° ৰমেশ পাঠকে দেখুৱাইছে।

ড° কাকতিয়ে অসমীয়া ভাষাৰ ব্যাকৰণতো আৰ্যেতৰ ভাষাৰ প্ৰভাৱ পৰা বুলি অনুমান কৰিছে। এই বিষয়ে তুলনামূলক আলোচনাৰ আৰু প্ৰয়োজন আছে।

ড কাকতিয়ে শব্দগত প্ৰভাৱৰ কথা আগকথাত উদাহৰণ সহ আলোচনা কৰিছে। অসমীয়া ভাষাত ব্যৱহাৰ হোৱা কিছুমান সম্বন্ধবাচক শব্দ মূলতঃ অষ্ট্ৰিক হ'ব পাৰে বুলি তেওঁ সন্দেহ কৰে। কিন্তু এনেবোৰ শব্দ দ্ৰাবীৰ আদি ভাষাতো লক্ষ্য কৰা যায়। সেইদৰে দি উপসৰ্গ যুক্ত কিছুমান নামবাচক শব্দ বড়ো ভাষাৰ প্ৰভাৱত গঢ়ি উঠা বুলি অনুমান কৰা হৈছে। কিন্তু দি উপসৰ্গ যুক্ত নামবাচক শব্দ বড়োৰ বাহিৰে অন্যান্য তিব্বত বৰ্মীয় ভাষাত আছে নে নাই সেই বিষয়ে অনুসন্ধানৰ প্ৰয়োজন আছে।

ওপৰত থূল-মূলকৈ অসমত ব্যাকৰণ চৰ্চা আৰু ড বাণীকান্ত কাকতিৰ 'অসমীয়া ভাষাৰ গঠন আৰু বিকাশ' গ্ৰন্থৰ বিষয়ে আলোচনা কৰা হ'ল। অসমত চেগা-চেৰেকাকৈ বা আধৰুৱাকৈ অবৈজ্ঞানিক দৃষ্টিভঙ্গীৰে ভাষাতত্ত্বৰ আলোচনা আৰু ব্যাকৰণ ৰচিত হৈছিল। ড কাকতিয়ে অসমীয়া ভাষাৰ বিষয়ে আলোচনা কৰিবলগীয়া সকলো কথাৰে আঁত ধৰি বৈজ্ঞানিক দৃষ্টি-ভংগীৰে অসমীয়া ভাষাৰ বিষয়ে গৱেষণা গ্ৰন্থ ৰচনা কৰি অসমীয়া ভাষাৰ এটি সুস্থিৰ ৰূপ নিৰূপণ কৰি দিয়াৰ লগতে বৈজ্ঞানিক দৃষ্টি ভঙ্গীত ভাষাতত্ত্বৰ আলোচনাৰ বাট কাটি দিলে। অসমীয়া জাতি তেওঁৰ ওচৰত চিৰ কৃতজ্ঞ।

নতুন অসমীয়া সাহিত্য

(১) মাতৃ
(২) গুটিমালী
(৩) সোণালী সপোন
(৪) বিলাতৰ চিঠি
(৫) অশ্রু অঞ্জলি
(৬) শোণিত কুৱঁৰী
(৭) ফুলৰ শৰাই
(৮) অসমীয়া ৰামায়ণ সাহিত্য

মাতৃঃ

ড° বাণীকান্ত কাকতিয়ে 'মাতৃ' অনুবাদ গ্ৰন্থখনৰ এটি সমালোচনা আগবঢ়াই অনুবাদ সাহিত্যৰ গুৰুত্বৰ বিষয়ে মূল্যবান কথা কৈছে। ইটালী দেশ-ছাৰ্দিনীয়া দ্বীপৰ গ্ৰেজীয়া ভেলেড্ড ৰচিত মাতৃ উপন্যাসৰ বাবে ১৯২৭ চনত সাহিত্যৰ নোবেল বঁটা পায়। লক্ষেশ্বৰ শৰ্মাই 'মাতৃ' উপন্যাসখন অসমীয়ালৈ অনুবাদ কৰে। ইয়াৰ আগতে শৰ্মাই 'The Last Days of Pompeii' নামৰ গ্ৰন্থ এখন 'পম্পিয়াইৰ প্ৰলয় কাহিনী' নামেৰে অসমীয়ালৈ অনুবাদ কৰি সুখ্যাতি আৰ্জিছে। ড° কাকতিয়ে এই গ্ৰন্থ সমালোচনাৰ প্ৰসঙ্গত কোৱা মূল্যবান কথা কেইটা হ'ল—

(১) উন্নত দেশৰ সাহিত্য উন্নত, অথচ তেনে দেশতে জ্ঞানৰ দুৱাৰ খিৰিকি সদায় খোলা থাকে। ক'ৰবাত ভাল গ্ৰন্থ ৰচনা হ'লেই সেইবোৰ দেশত লগে লগে অনুবাদ হয়।

(২) কাকতিয়ে এই সমালোচনাটো লেখাৰ সময়ত আধুনিক অসমীয়া সাহিত্য 'নিচেই কেচুৱা' অৱস্থাত থকা বুলি কৈছে। অকল মৌলিক ৰচনাৰ দ্বাৰা সাহিত্য টনকীয়াল কৰা টান। মৌলিক সাহিত্য শক্তিশালী কৰিবলৈ হ'লেও ভাল চানেকিৰ প্ৰয়োজন। আন্তৰ্জাতিক চিন্তাধাৰা কোনফালে বৈ আছে, তাৰ খবৰ ৰখাটো প্ৰয়োজনীয় কথা।

(৩) অসমীয়া সমাজ ঘটনাবহুল নহয়, এনে সময়ত, এনে সমাজৰ দ্বাৰা ভাল নাটক, উপন্যাস আদি লেখা সম্ভৱ নহয় বুলি এটা প্ৰচলিত ধাৰণা আছে। কিন্তু 'মাতৃ' নামৰ এই উপন্যাস খনৰ ঘটনাও সাধাৰণ। সাধাৰণ ঘটনাক লৈয়ো ভাল সাহিত্য ৰচনা কৰিব পাৰি।

"নিচেই সাধাৰণ ঘৰুৱা বা সামাজিক জীৱনৰ ঘটনা বিলাকত তত্ত্বদৰ্শী প্ৰতিভাই জেউতি চৰায়।"

(৪) অনুবাদৰ কাম অতি জটিল। কাৰণ অনুবাদকে মূল গ্ৰন্থৰ সাৰমৰ্ম গভীৰ ভাবে উপলব্ধি কৰিব লাগে। লগতে নিজৰ ভাষাত বিশেষ ব্যুৎপত্তি থাকিব লাগে।

"সাহিত্যৰ গুণগ্ৰাহী আৰু নিজভাষাত অশেষ আধিপত্যশালী লিখাৰু নহ'লে ভাঙনি সফল হ'ব নোৱাৰে।"

কাকতিয়ে শৰ্মাৰ অনুবাদ ভাল পাইছে—এই ভাষা অসমীয়া লেখিব খোজা-সকলৰ বাবে চানেকি হৈ ৰ'ব বুলি কৈছে।

কাকতিদেৱৰ এই কথাবোৰ আজিও মূল্যবান। নিজৰ ভাষা-সাহিত্যক শক্তিশালী কৰিবলৈ হ'লে মৌলিক প্ৰতিভাৰ লেখকসকলেও বিশ্বসাহিত্যৰ গতি কোন ফালে বইছে তাৰ খবৰ ৰখাৰ প্ৰয়োজন আৰু অনুবাদ সাহিত্যৰ জৰিয়তেও দেশ-বিদেশৰ জ্ঞানৰ সম্ভেদ পাব পাৰি।

**গুটিমালী ঃ**

নীলমণি ফুকনদেৱৰ 'গুটিমালী' নামৰ কাব্যপুথিখন প্ৰকাশ পায় ১৯৫১ চনত। ড° কাকতিয়ে কাব্যখনিৰ সমালোচনা আগবঢ়াই কবিৰ প্ৰকৃতি প্ৰীতিক ৱৰ্ডচৱৰ্থৰ লগত ৰিজাইছে। "গুটিমালী'য়ে আমাক ৰোমাণ্টিক পুনৰুত্থান আৰু ৱৰ্ডচৱৰ্থৰ কথা সোঁৱৰাই দিয়ে।" ৰোমাণ্টিক কবিসকলে সাধাৰণ মানুহৰ জীৱন আৰু সাধাৰণ বস্তুৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। ৱৰ্ডচৱৰ্থৰ কবিতাত ৰথ, মাৰ্গাৰেট, লুচি আদি সাধাৰণ চৰিত্ৰৰ চিত্ৰ বৰ্ণনা কৰা হৈছে। নীলমণি ফুকনেও 'গুটিমালী' কবিতাত সাধাৰণ মানুহৰ চিত্ৰ আঁকিছে। কাকতিৰ মতে অসমৰ কাব্য সাহিত্যত ফুকনৰ এই ধাৰা কবিতাই এটি নতুন ভঙ্গীৰ সৃষ্টি কৰিছে।

**সোণালী সপোন ঃ**

সাংবাদিক লক্ষ্মীনাথ ফুকনৰ 'সোণালী সপোন' কাব্য পুথিখনৰ সমালোচনা আগবঢ়াই ড° কাকতিয়ে কৈছে—ফুকন কবি হিছাপেও সাৰ্থক। কবিৰ ভাষা যেনে নিমজ তেনেকৈ ছন্দও বৈচিত্ৰপূৰ্ণ। "এ মুঠি সপোনত ভাৱৰ মৃদু স্পৰ্শ ; ভাষাৰ কোমলতা আৰু ছন্দৰ নমনীয়তাৰ এটি অপূৰ্ব সমাবেশ আছে। ই বয়সীয়ালক আনন্দ আৰু ডেকাক উদ্দীপনা দিব বুলি আশা কৰিব পাৰি।"

**বিলাতৰ চিঠি ঃ**

জ্ঞানাদিভিৰাম বৰুৱাৰ "বিলাতৰ চিঠি" পুথিখনৰ আগকথা লেখিছে ড° কাকতিয়ে। 'বিলাতৰ চিঠি আৰু কথা' বেজবৰুৱাৰ বাঁহীত ধাৰাবাহিক

ৰূপত ওলাইছিল। কাকতি তেতিয়া স্কুলীয়া ছাত্ৰ। সেই সময়তে তেওঁ সেইবোৰ পঢ়ি আৰব্য উপন্যাস পঢ়া যেন পাইছিল।

ড° কাকতি বিলাতলৈ যোৱা নাই। সেয়েহে তেওঁ গৌৰৱ কৰি কৈছে যে বিলাতলৈ নোযোৱা লোক এজনক 'বিলাতৰ চিঠি'ৰ আগকথা লেখিবলৈ দিছে। কাকতিয়ে মন্তব্য কৰিছে—বিলাতলৈ যোৱা সকলে এই পুথি নপঢ়িব, কিন্তু বিলাতলৈ নোযোৱা সকলে আনন্দেৰে পঢ়িব। তেওঁ বৰুৱাদেৱৰ সাহিত্য কৃতীৰ কথা সোঁৱৰণ কৰিছে। জে. বৰুৱাৰ নিভাজ অসমীয়া ভাষাৰ প্ৰশংসা কৰি কৈছে—"এনে অৱস্থাত নিখুঁত অসমীয়া জতুৱা ঠাঁচৰ নিদৰ্শন হিচাপে জে. বৰুৱা ডাঙৰীয়াৰ ৰচনাৱলীয়ে নতুন লিখাৰুসকলক বাট দেখুৱাব আৰু প্ৰবন্ধৰ ভিতৰত থকা কথাবোৰে যে সকলো শ্ৰেণীৰ পাঠককেই আনন্দ দিব সেই বিষয়ে নক'লেও হ'ব।"

ড° কাকতি এগৰাকী নিষ্ঠাৱান সমালোচক। তেওঁ 'নাৰে গড়গাঁওৰ বতৰা দিয়া' ভকত নহয়। তেওঁ থৰচিমানি সকলো কথা জানি লৈহে লেখনী আগবঢ়ায়। এই সমালোচনাতো তেওঁ যে বিলাতলৈ যোৱা নাই, এই কথা ব্যক্ত কৰিছে। আৰু 'বিলাতৰ চিঠি'ৰ ভিতৰত বিলাতৰ বিষয়ে যিবিলাক কথা লেখা আছে, সেই বিলাকৰ তেওঁ সমালোচনা বা আলোচনা কৰা নাই। কেৱল বৰুৱাদেৱৰ লেখাৰ আহিৰ্ যে মনোৰম হৈছে আৰু নিভাজ অসমীয়া জতুৱা ঠাঁচত লেখিছে তাৰহে প্ৰশংসা কৰিছে।

ড° কাকতিয়ে জে. বৰুৱাৰ সাহিত্যক যেনেদৰে প্ৰশংসা কৰে, সেইদৰে জে. বৰুৱাইও ড° কাকতিৰ পাণ্ডিত্য আৰু লেখনীৰ ভূয়সী প্ৰশংসা কৰে। জে. বৰুৱাই এবাৰ আক্ষেপ কৰি কৈছে যে অসমৰ বিখ্যাত লোকসকলৰ কথা অসমৰ বাহিৰৰ লোকে একো নাজানে। ড° কাকতিয়ে শ্ৰীশঙ্কৰদেৱৰ বিষয়ে লেখা ইংৰেজী কিতাপখন এজন ইংৰাজ লোকক দিবলৈ, কিতাপখন বিচাৰি চলাথ কৰিছিল, কিন্তু কিতাপখন কতো নাপালে। হাটে বজাৰে 'অসম'ৰ কিতাপ বিচাৰি কিনি পোৱা নাযায়, এইটো জে. বৰুৱাৰ আক্ষেপ।

**অশ্ৰু অঞ্জলি :**

ড° বাণীকান্ত কাকতিয়ে 'আবেলাৰ্ড আৰু হেলইছা' সম্পৰ্কে আৱাহনত লেখিছিল আৰু এই প্ৰবন্ধটো 'সাহিত্য আৰু প্ৰেম' গ্ৰন্থত সংকলিত হৈছে।

ড° কাকতিয়ে ৰচনা কৰা এই কাহিনীৰ ওপৰত ভিত্তি কৰিয়েই দেৱেন্দ্ৰনাথ বৰুৱাই 'অশ্ৰু অঞ্জলি' কাব্যখন ৰচনা কৰিছে। এই কাব্যখনৰ গুণাগুণৰ বিচাৰ কাকতিদেৱে ৰাইজৰ হাতত এৰিছে। তেওঁ আবেলাৰ্ড আৰু হেলইছাৰ বিষয়ে অলপ কথা যোগ দিছে।

আবেলাৰ্ডৰ জীৱনকাল ১০৭৯ খৃষ্টাব্দৰ পৰা ১১৪২ খৃষ্টাব্দলৈ। এই কালত ইউৰোপত প্ৰকৃত জ্ঞান চৰ্চা হোৱাৰ সুযোগ নাছিল। কিন্তু আবেলাৰ্ড চলন্ত বিশ্ববিদ্যালয় স্বৰূপ আছিল। আবেলাৰ্ড আৰু হেলইছাৰ প্ৰেম আছিল অতুলনীয়। হেলইছা সাধাৰণ নাৰীৰ দৰে নাছিল। তেওঁৰ চৰিত্ৰৰ বল আৰু ৰুচি জ্ঞান ওখ ধৰণৰ আছিল। দুয়োৰে মাজত হোৱা চিঠিৰ আদান-প্ৰদানত গভীৰ আধ্যাত্মিক ভাব প্ৰকাশ পাইছে।

## শোণিত কুঁৱৰী ঃ

অসমীয়া নাট্য সাহিত্যত জ্যোতিপ্ৰসাদ আগৰৱালা এটি উজ্জ্বল নাম। কুমলীয়া বয়সতে জ্যোতিপ্ৰসাদে 'শোণিত কুঁৱৰী' নাট ৰচনা কৰে। ১৯২৫ চনত 'শোণিত কুঁৱৰী' প্ৰকাশ পায়। আগৰৱালাই ড° কাকতিক নাট এখন উপহাৰ দি এটি নিৰপেক্ষ সমালোচনা বাঁহীত প্ৰকাশ কৰিবলৈ অনুৰোধ কৰে।

কাকতিয়ে জ্যোতিপ্ৰসাদৰ সবল চেষ্টাত আনন্দিত হৈ নিৰপেক্ষ ভাবে এটি তত্ত্বগধুৰ সমালোচনা আগবঢ়ায়। এই সমালোচনাই জ্যোতিপ্ৰসাদক এগৰাকী শ্ৰেষ্ঠ নাট্যকাৰ হোৱাত সহায় কৰিছে।

ড° কাকতিয়ে জ্যোতিপ্ৰসাদৰ সজ প্ৰচেষ্টাত আনন্দিত হৈ কৈছে—"বৰ মুৰীয়াসকলৰ ফাকুৱা খেলাৰপৰা নিজ ইচ্ছাৰে আঁতৰি থাকিব খোজাত তেখেত আমাৰ আন্তৰিক শ্ৰদ্ধাৰ পাত্ৰ হৈছে। তেখেতে বুজিছে যে প্ৰশংসা কোনোৱে দিব পৰা বস্তু নহয়, আহিবৰ সময় হ'লে ই আপোনা-আপুনি আহে।"

( বা. ৰ. পৃঃ ৩০৬ )

ড° কাকতিয়ে 'শোণিত কুঁৱৰী' নাটখনৰ পুংখানুপুংখ দোষগুণ দেখুৱাই আলোচনা কৰে। পুৰাণ কালৰপৰা প্ৰচলিত কাহিনীক লৈয়ো যে আধুনিক নাটক ৰচনা কৰিব পাৰি, এই আদৰ্শ দেখুৱাইছে জ্যোতিপ্ৰসাদে। কাব্য হিছাপে পুথিখনি উপাদেয় হোৱা বুলি কৈছে। নাট্যকাৰে নাটকীয় কাহিনীটো নিজে যিদৰে বুজিছে, সেইদৰে নাটকীয় ৰূপেৰে দৰ্শকক বুজাবলৈ সক্ষম

হোৱা নাই ; কিন্তু কোমল বয়সীয়া নাট্যকাৰৰ প্ৰতিভা আছে। কাকতিয়ে আশা কৰিছে—"আগলৈ তেখেতৰপৰা আমাৰ সাহিত্য সম্পদ বঢ়োৱা বস্তু পাম।"

কাকতিয়ে জ্যোতিপ্ৰসাদক যিখিনি উপদেশ দিছে, সেইখিনি কথা নতুনকৈ সাহিত্য ৰচনা কৰিবলৈ ওলোৱা সমালোচকে যেন কৈছে—আনকি এই উপদেশখিনি আজিৰ নলেখাৰুৰ কাৰণেও গ্ৰহণযোগ্য। কাকতিয়ে কৈছে—"সেইদেশৰ গ্ৰন্থকাৰৰ প্ৰতি আমাৰ অনুৰোধ যেন আমাৰ দেশৰ ৰীতি অনুসাৰে তেওঁলোকে সাহিত্যৰথী আদি হ'বলৈ আকাংখা নকৰি নিৰলসভাৱে সাহিত্য-সেৱাত মন দি দেশ-বিদেশৰ 'অপ্ৰমাদী পূৰ্ব কবি' আৰু গ্ৰন্থকাৰসকলৰ ভাল ভাল গ্ৰন্থবোৰ পঢ়ি মনটো গঠন কৰি লয়।"

### ফুলৰ শৰাই :

ধৰ্মেশ্বৰী দেৱী বৰুৱানীয়ে অতীন্দ্ৰিয় কবিতা ৰচি অসমীয়া কাব্যজগতত এখন সুকীয়া আসন গ্ৰহণ কৰি আছে। বাণীকান্ত কাকতিয়ে ১৯২৯ চনতে ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ 'ফুলৰ শৰাই' কাব্যপুথিৰ এটি সুন্দৰ সমালোচনা আগবঢ়ায়।

কাকতিয়ে কৈছে—সংসাৰত গৰল আৰু অমৃত দুইটাই আছে। যিসকলে গৰলখিনি নিজে পান কৰি জগতত অমৃত বিলাই দিয়ে, সেইসকলৰ জীৱনেই সাৰ্থক। ধৰ্মেশ্বৰী দেৱী বৰুৱানীয়ে সংসাৰত স্বামীৰ স্নেহৰ বাহিৰে একো সুখ নাপালে। তেওঁ জীৱনৰ সকলো দুখক জয় কৰি, অমৃত স্বৰূপ কাব্যৰ সোৱাদ আমাক দিছে।

" 'ফুলৰ শৰাই'ৰ এমুঠি কবিতাতেই তেওঁ নিজে হৃদয়ৰ আত্মচৰিত লিখি নৰনাৰায়ণৰ সেৱালৈ আগবঢ়াইছে। কবিতাবোৰ সংসাৰৰ যাতনাত নিমাখিত হিয়াৰ অমৃত নিছালি। যাতনাত উথলি উঠা সকলো গৰল ৰচয়িত্ৰীয়ে অসীম ধৈৰ্যৰে নিজেই গ্ৰাস কৰিছে। শোক-দুখৰ ইংগিত কবিতাবোৰত ক'তো নাই। সাধাৰণ কবিৰদৰে ৰচয়িত্ৰীয়ে হিয়া উদঙাই আমাক কৰুণ বিননি ওলোৱা নাই। অসীম সংযমৰ বিচাৰেৰে তেওঁ দেখুৱাইছে য'ৰ পৰা ভয় তাৰপৰাই অভয় আহিব পাৰে।"

### অসমীয়া ৰামায়ণ সাহিত্য :

উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৰ 'অসমীয়া ৰামায়ণ সাহিত্য' সাহিত্যৰ আলোচনা কৰি ড° কাকতিয়ে কৈছে—এই শ্ৰেণীৰ গ্ৰন্থ যিমানে বৃদ্ধি পায় সিমানেই আমাৰ সাহিত্যৰ সম্পদ বাঢ়িব।"

## বিবিধ প্ৰবন্ধ

(ক) প্ৰেম নিবেদনত নাৰী

(খ) ৰাসক্ৰীড়াৰ গুৰিৰ কথা

(গ) ৰাধা চৰিত্ৰৰ অভ্যুদয়

## (ক) প্ৰেম নিবেদনত নাৰী ঃ

'প্ৰেম নিবেদনত নাৰী' প্ৰবন্ধত ড° কাকতিয়ে পুৰাণ কালৰ কোনো কোনো ভাৰতীয় নাৰীয়ে কি দৰে প্ৰেম নিবেদনত আগভাগ লৈছিল তাৰে সৰস বৰ্ণনা দাঙি ধৰিছে। বেদ, উপনিষদ আৰু বিভিন্ন পুৰাণত বৰ্ণিত নাৰীৰ কাহিনীৰ প্ৰেম নিবেদনৰ স্বৰূপ প্ৰকাশ পাওতে নাৰী চৰিত্ৰৰ সামাজিক দিশটো কি দৰে প্ৰতিভাত হৈ উঠিছে তাকেই কাকতিয়ে বিশ্লেষণ কৰি দেখুৱাইছে। গ্ৰন্থসমূহত ঠাইপোৱা নাৰীৰ কাহিনীৰ উৎস বিচাৰি ড° কাকতিয়ে ভাৰতীয় জন-জাতীয় সমাজৰ নাৰীৰ স্বাধীনতাৰ প্ৰভাৱ দেখা পাইছে। কোনো কোনো জন-জাতীয় সমাজত পুৰুষতকৈ নাৰীৰ স্বাধীনতা বেছি। ভাৰতৰ বাহিৰৰ বিভিন্ন দেশৰ জন-সমাজৰ নাৰীৰ স্বাধীনতাই পুৰুষৰ ওপৰত যথেষ্ট প্ৰভাৱ পেলোৱাৰ কথা উল্লেখ কৰিছে। জন-সমাজত প্ৰচলিত বহুতো ৰীতি-নীতিৰ প্ৰভাৱ বেদ-উপনিষদ আৰু পুৰাণ সমূহৰ সমাজত পৰিছে। বিশেষকৈ জন-সমাজত প্ৰচলিত বহু ৰীতি-নীতিৰ ওপৰত ভিত্তি কৰিয়েই পুৰাণ সমূহ ৰচিত হৈছে।

ড কাকতিয়ে 'ব্ৰহ্মবৈৱৰ্ত' পুৰাণত বৰ্ণনা কৰা কিছুমান অসতী নাৰীৰ কাহিনীৰ কথা উল্লেখ কৰিছে। 'ব্ৰহ্মবৈৱৰ্ত' পুৰাণখন একেবাৰে অৰ্বাচিন পুৰাণ। ড° কাকতিয়ে ষোড়শ শতিকাৰ বুলি উল্লেখ কৰিছে। ইয়াত জন-সমাজত প্ৰচলিত বহুতো কথাক শাস্ত্ৰ সন্মত কৰি পৌৰাণিক ৰূপ দিবলৈ যত্ন কৰিছে।

পুৰাণ সমূহত নাৰীৰ প্ৰেম নিবেদনৰ যিবোৰ কাহিনী আছে, সেইবোৰক পুৰাণকাৰে কাহিনী হিচাপে বৰ্ণনা কৰাতে ক্ষান্ত নাথাকি এই কাহিনী সমূহৰ জৰিয়তে নৈতিকতাৰ উপদেশ দিছে। পুৰাণত থকা এনে উপদেশৰ কথা ড° কাকতিয়ে উল্লেখ কৰিছে—"কোনো পুৰুষে তেওঁৰ প্ৰতি প্ৰেম আহ্বান জনোৱা নাৰীক বিমুখ কৰিলে সেই পুৰুষৰ ওপৰত লক্ষ্মীদেৱী বিতুষ্ট হ'ব।"

"যদি কোনো পুৰুষে তেওঁৰ কাষলৈ গোপনভাৱে অহা কোনো নাৰীক বিপদমন পূৰ্বক উপেক্ষা কৰে, তেন্তে সেই পুৰুষে তেওঁৰ যিমান কেশ আছে, সিমান দিন নৰক বাস কৰিব লাগিব", "নাৰীক উপেক্ষা কৰাটো প্ৰকৃতিক উপেক্ষা কৰাৰ তুল্য।"

ড° কাকতিয়ে পুৰাণৰ কেইটামান কাহিনীৰ কথা উল্লেখ কৰিছে—পুৰুষ উপেক্ষিতা নাৰীয়ে পুৰুষক ভয় দেখুৱায় আৰু অভিশাপ দিয়ে। দ্ৰুমিলৰ পত্নী কলাৱতীয়ে পুত্ৰ কামনাৰে কাশ্যপ মুনিৰ কাষ চাপি কৈছিল যে সন্তান প্ৰাৰ্থিনী নাৰীক বিমুখ কৰা উচিত নহয়। ৰম্ভা নামৰ স্বৰ্গৰ বেশ্যাই দেৱল মুনিৰ ওচৰত ৰতি ভিক্ষা কৰি কৈছিল, "যি পুৰুষে তেওঁৰ কাষলৈ গোপনে অহা নাৰীৰ কাম-বাসনা সন্তুষ্ট নকৰি নিজক সংযত কৰে, তেওঁ তেওঁৰ শৰীৰত যিমান কেশ আছে সিমান দিন কুম্ভীপাক নৰকত বাস কৰিব লাগিব।"

মোহিনী নামৰ এগৰাকী দেৱকন্যাই ব্ৰহ্মাত ৰতি ভিক্ষা খুজিছিল; কিন্তু ব্ৰহ্মাই মোহিনীৰ অনুৰোধ ৰক্ষা নকৰিলে। মোহিনীয়ে ব্ৰহ্মাক শাপ দিলে—তুমি দেৱতা আৰু মানুহৰ পূজাৰ অযোগ্য বুলি বিবেচিত হ'বা। ব্ৰহ্মাই নাৰায়ণক সকলো কথা কোৱাত, নাৰায়ণে ব্ৰহ্মাক হে দোষ দিলে। "সৃষ্টি তত্ত্বত নাৰী প্ৰকৃতিৰে এটি অংশ মাথোন আৰু নাৰীক অৱজ্ঞা কৰা মানে প্ৰকৃতিকে অৱজ্ঞা কৰা।" ব্ৰহ্মলোক আমোদ-প্ৰমোদৰ ঠাই, ইয়াত ইন্দ্ৰিয় দমনৰ কোনো প্ৰয়োজন নাই। আনকি ভাৰতবৰ্ষতো নাৰীৰ প্ৰেম নিবেদনক উপেক্ষা কৰা উচিত নহয়। ড° কাকতিৰ মতে ব্ৰহ্ম বৈৱৰ্ত পুৰাণৰ এই বোৰ কথাই কিছুমান লৌকিক নিয়মক প্ৰাধান্য দি আইন সিদ্ধ কৰিবলৈ প্ৰচেষ্টা চলাইছে। ড° কাকতিয়ে লক্ষ্য কৰিছে যে ভাৰতবৰ্ষ বৈদিক নীতি-নিয়মৰ দেশ হ'লেও কিছুমান বাহিৰা ৰীতিৰ প্ৰবেশ ঘটাত বৈদিক নিয়মৰ কোনো বাধা নিষেধ নোহোৱা হ'ল। এনেবোৰ ৰীতি অনাৰ্য জাতিৰ পৰা অহা বুলি বিভিন্ন পণ্ডিতে সন্দেহ কৰাৰ দৰে কাকতিয়েও সন্দেহ কৰে।

মহাকাব্যৰ যুগতো নাৰী সংক্ৰান্ত অনৈতিকতা আৰু জঘন্য কাৰ্য সংঘটিত হৈছিল। এইবোৰে অনাৰ্য জাতিৰ পৰা অহা বুলি মেয়ৰ চাহাবে উল্লেখ কৰা কথা ড° কাকতিয়ে সমৰ্থন কৰিছে। বহুতো জনজাতীয় সমাজত পুৰুষক নাৰীয়ে যৌন কাৰ্যত প্ৰৰোচিত কৰাৰ ৰীতি আছে। হেভলক এলিচেও কৈছে —"পৃথিবীৰ সকলো ঠাইৰে অসভ্য বৰ্বৰ জাতিবোৰৰ মাজত তিৰোতাই প্ৰথমতে প্ৰেম নিবেদন কৰাটো প্ৰচলিত ৰীতি। তিৰোতাই সদায়েই পুৰুষক কুপথ-গামী কৰে, তিৰোতাই পুৰুষক অপহৰণ কৰে।" ( বা. ৰ. পৃঃ ৩২৮ )

ব্ৰহ্মবৈবৰ্ত পুৰাণখন পূৰ্বভাৰতৰ কোনো ঠাইত ৰচিত বুলি ড° কাকতিয়ে ভাবে। এই পুৰাণখনৰ ব্যাকৰণৰ কিছুমান প্ৰকাশ ভংগী মৌলিক জঁটুৱা

ঠাঁচৰ লগত নিমিলে বুলি ড' কাকতিয়ে লক্ষ্য কৰিছে—ইয়াত পূৰ্ব অঞ্চলৰ ভাষাৰ ঠাঁচ পোৱা যায়। জনসমাজত প্ৰচলিত কিছুমান লৌকিক কথাৰ ওপৰত গুৰুত্ব দি নাৰীৰ যৌনতত্ব আলোচনা কৰাত ব্ৰহ্মবৈবৰ্ত পুৰাণে গুৰুত্ব দিছে বুলি ড' কাকতিয়ে মত প্ৰকাশ কৰিছে। দেবী ভাগৱত নাৰীৰ মাতৃ মূৰ্তিৰ বৰ্ণনা থকা একা এখনি পুৰাণ কিন্তু ব্ৰহ্মবৈবৰ্ত পুৰাণত নাৰীৰ মাতৃ মূৰ্তি নুই, আছে নাৰীৰ যৌন জীৱনক কেন্দ্ৰ কৰি ঘটা বিবিধ কাহিনীৰ সমাহাৰ।

ড' কাকতিয়ে এই প্ৰবন্ধৰ যোগেদি প্ৰকাশ কৰা মূল বক্তব্য হ'ল- (ক) বৈদিক যুগত নাৰীক সন্মান কৰা হৈছিল। নাৰীৰ স্বাৰা ব্যাভিচাৰ নহৈছিল। সন্তান কামনাৰে দুইগৰাকী নাৰীয়ে স্বামীৰ অনুমতি লৈ পৰপুৰুষৰ ওচৰত আত্ম সমৰ্পণ কৰিছিল যদিও, কেৱল যৌনাচাৰৰ কাৰণে নাৰীয়ে পুৰুষৰ ওচৰলৈ নগৈছিল।

মহাকাব্যৰ যুগত নাৰীৰ যি ব্যাভিচাৰৰ কথা প্ৰকাশ পাইছে, সেইবোৰ জন-জাতীয় প্ৰভাৱত ঘটিছে বুলি কবৰ থল আছে।

পুৰাণৰ যুগত নাৰীৰ যৌন জীৱনৰ ৰূপ প্ৰকাশ হোৱাৰ মূলতে জন-জীৱনৰ প্ৰচলিত ৰীতিৰ প্ৰবেশ, হয়তো জনজাতীয় প্ৰভাৱ।

'ব্ৰহ্মবৈৱৰ্ত' এখন অৰ্বাচীন পুৰাণ। এইখন পূৰ্বাঞ্চলত ৰচিত। ইয়াত জন-জাতীয় প্ৰভাৱ স্পষ্ট।

ড' কাকতিয়ে এনেবোৰ সিদ্ধান্তত উপনীত হোৱাৰ মূলতে হ'ল, তেওঁৰ বিশাল অধ্যয়ন। দেশী-বিদেশী বহুতো পণ্ডিতৰ গ্ৰন্থ পঢ়ি নানা সমল পাই গভীৰ অন্তদৃষ্টিৰে এইবোৰ প্ৰবন্ধ ৰচনা কৰি ভাৰতীয় নাৰীৰ প্ৰকৃত ৰূপ দাঙি ধৰিবলৈ সক্ষম হৈছে।

(খ) ৰাসক্ৰীড়াৰ গুৰিৰ কথা :

আগতেই উল্লেখ কৰা হৈছে যে এইপ্ৰবন্ধটি ড কাকতিৰ মূল ইংৰাজী প্ৰবন্ধৰ ড' সত্যেন্দ্ৰনাথ শৰ্মা দেৱে কৰা অসমীয়া অনুবাদ। ১৮৭২ শকত ৰামধেনুত প্ৰকাশ পায়। ব্ৰহ্মবৈবৰ্ত পুৰাণত ৰাধাক প্ৰেমৰ দেৱীৰ সমতুল্য কৰিছে আৰু ৰাধাকৃষ্ণৰ বিস্তাৰিত প্ৰেমৰ কাহিনী বৰ্ণনা কৰিছে। এই ৰাধাৰ উৎপত্তি ক'ৰ পৰা হ'ল, ইয়াৰ উৎস বিচাৰি ড' কাকতিয়ে বৈদিক যুগ, ৰামায়ণৰ যুগলৈ গতি কৰিছে। পুৰাণত থকা বহুতো আমোদ প্ৰমোদৰ উৎসৱ-পাৰ্বনৰ কথাও

বৰ্ণনা কৰিছে। এই প্ৰবন্ধত বিশেষকৈ প্ৰকাশ পাইছে কেইটামান নৃত্য-গীত-অভিনয় বিষয়ক প্ৰমোদ উৎসৱৰ কথা।

ড° কাকতিয়ে আলোচনা কৰা বিষয় সমূহৰ চমু আলোচনা আগবঢ়োৱা হ'ল—

পুৰাণ কালত 'হল্লীস' নামৰ এবিধ নৃত্য প্ৰচলন আছিল বুলি 'ভাসৰ' বালচৰিত, হৰিবংশ আদিত উল্লেখ আছে। 'ৰাস' শব্দটোও শ্ৰীকৃষ্ণৰ নৃত্য বুজাবলৈ ব্যৱহাৰ কৰা হৈ আহিছে। নীলকণ্ঠ দাসে তেওঁৰ টীকাত 'ৰাস' আৰু 'হল্লীস' দুয়োটা শব্দকে সমাৰ্থক হিছাপে ব্যৱহাৰ কৰিছে—"একস্য পুংসো বহুভিঃ স্ত্ৰী ভিঃ ক্ৰীড়নং সৈবঃ ৰাসক্ৰীড়া" অৰ্থাৎ এজন পুৰুষে কেবা গৰাকী নাৰীৰ লগত কৰা নৃত্যকে ৰাসক্ৰীড়া বোলে। আকৌ—"গোপীনাং মণ্ডলীনৃত্য বন্ধনে হল্লীসকং বিদুং" অৰ্থাৎ গোপীসকলে চক্ৰাকাৰে কৰা নৃত্যকে হল্লীস বোলে। ( বা. ৰ. পৃঃ ৩২৯ )

এবেগেত দীঘল মিহি ঘূৰণীয়া শাল মাটিত পুতি ইয়াৰ চাৰিওফালে হাত ঘূৰোৱাকে ৰাস গোষ্ঠী বোলে। এনে উৎসৱ ভাৰতৰ আদিমতম উৎসৱ। এই শাল ডালেই শিৱলিঙ্গৰ প্ৰতীক বুলি ড° কাকতিয়ে ভাবে। গছৰ ডালৰ শাল এদালক প্ৰতীক হিছাপে লোৱা প্ৰথা বিভিন্ন ঠাইত আছে।

'হল্লীস', ৰাস আৰু ছালিক্য সংগীত বা নৃত্যকে বুজাইছিল। "মানৱ সমাজৰ কুশলাৰ্থে যাদৱসকলক শ্ৰীকৃষ্ণই ছালিক্য অভিনয় প্ৰদান কৰে।" ( বা. ৰ. পৃঃ ৩৩১ )। এনে ধৰণৰ নৃত্য উৎসৱত ল'ৰা বুঢ়া সকলোৱে যোগদান কৰি আনন্দ লাভ কৰিছিল। যাদৱসকলে এনে উৎসৱত সোমৰস পান কৰিছিল। ড° কাকতিয়ে পুৰাণ শাস্ত্ৰৰ পৰা শ্ৰীকৃষ্ণ যাদৱসকলৰ লগত ছালিক্য আদি অভিনয় কৰি আনন্দ উৎসৱ কৰাৰ বহল বিৱৰণ দাঙি ধৰিছে।

মুঠতে ৰাস আৰু হল্লীস বয়স নিৰ্বিশেষে নাৰী-পুৰুষ সংমিশ্ৰিত এবিধ প্ৰমোদ উৎসৱ। ছালিক্য নৃত্য-গীত-অভিনয় প্ৰধান এবিধ আমোদ। শ্ৰীকৃষ্ণৰ লগত শাৰদীয় পূৰ্ণিমা ৰাতি গোপীসকলৰ লগত যি 'ৰাস ক্ৰীড়া' অনুষ্ঠিত হৈছিল, ই এক নিজান বনত হোৱা নৃত্য-গীত-পূৰ্ণ ক্ৰীড়া। ৰাস, হল্লীস বা ছালিক্য ছৱাল, ডেকা, বুঢ়া, স্ত্ৰী পুৰুষ সকলোৱে মিলিত হোৱা এক আমোদ-প্ৰমোদৰ অনুষ্ঠান; কিন্তু ৰাস ক্ৰীড়া নিভৃত বনত হোৱা এজন পুৰুষ আৰু

বহুত নাৰীৰ মাজত হোৱা প্ৰমোদ ক্ৰীড়া। হৰিবংশত ৰাসক্ৰীড়াৰ বিস্তাৰিত বৰ্ণনা আছে। কৃষ্ণৰ লগত হোৱা নাৰীসকলৰ নৈশ-অভিসাৰত যৌন বাসনাৰো সম্পৰ্ক আছে। ড° কাকতিয়ে হৰিবংশৰ উদ্ধৃতি দিছে এনেদৰে—"ভগৱন্তই মনোৰথ পূৰি গোপাঙ্গসকলৰ পয়োধৰ স্পৰ্শ কৰি অনুভৱ কৰিলে, ওষ্ঠাধৰ আৰু পয়োধৰত চুম্বন কৰিলে আৰু পয়োধৰৰ মাজত মূৰ থৈ নিদ্ৰা গ'ল।( বা. ৰ. পৃঃ ৩০২ )

ড° কাকতিয়ে হৰিবংশ, বিষ্ণুপুৰাণ আদিত থকা ৰাসক্ৰীড়াৰ কথা আলোচনা কৰিছে। 'ৰাস নৃত্য কৰোতে গোপীসকলে কৃষ্ণ-প্ৰশস্তি গীত গাইছিল আৰু কৃষ্ণয়ো চন্দ্ৰ দেৱতাক উদ্দেশ্য কৰি গীত গাইছিল। 'কৃষ্ণই মণ্ডলাকাৰ নৃত্যত এক অভিনৱ পদ্ধতি প্ৰচলন কৰে।' ( বা. ৰ. পৃঃ ৩০৩ )

ৰাসনৃত্যৰ দৰে বিভিন্ন যুগত বিভিন্ন দেশত মণ্ডলাকাৰে কৰা নৃত্যৰ প্ৰচলন হোৱা দেখা যায়। ড° কাকতিয়ে তেনে নৃত্যৰ উদাহৰণ দাঙি ধৰিছে।

(ক) স্পেন দেশৰ এটা গুহাত এজন পুৰুষক মাজত লৈ তিনিজনী নাৰীয়ে নৃত্য কৰাৰ এটি চিত্ৰ আছে। ই অতি প্ৰাচীন ইউজেনিয়ন যুগৰ নৃত্য। লগতে লিঙ্গৰ প্ৰতিকৃতি পোৱা গৈছে।

(খ) গ্ৰীকসকলৰ মাজতো স্ত্ৰী-পুৰুষ মিলি মণ্ডলাকাৰে কৰা নৃত্য আছিল।

(গ) ভাৰতবৰ্ষত ঋগবেদৰ যুগত 'সমন' নামৰ এটি সামাজিক উৎসৱৰ উল্লেখ আছে। ইয়াত ডেকা গাভৰুৱে পৰস্পৰে পৰস্পৰৰ লগত হাতত ধৰি নৃত্য গীত কৰে। 'সমন' উৎসৱত 'ইন্দ্ৰানী' নামক এগৰাকী কামনা দেৱী পূজা কৰে। ৰুক্মিনী দেৱীয়ে 'ইন্দ্ৰানী'ৰ পূজা কৰিবলৈ মন্দিৰলৈ যাওতে কৃষ্ণই হৰণ কৰি নিয়াৰ কথা হৰিবংশত আছে। পুৰাণৰ যুগত 'ইন্দ্ৰানী'ৰ লগত 'দুৰ্গাদেৱী' নাম সাঙোৰ খুৱাই দিছে।

প্ৰাক্ ঐতিহাসিক যুগত নৃত্য একো একো গৰাকী উপাস্য দেৱতাৰ লগত ঐক্যস্থাপন কৰিছিল। উৎসৱৰ লগত দেৱতাক জড়িত কৰাৰ ৰীতি সকলো সমাজতে আছিল।

**ইন্দ্ৰোৎসৱ:**

ড° কাকতিয়ে মহাভাৰতত উল্লিখিত উপৰিচৰ নামেৰে এজন ৰজাই পোন প্ৰথমে ইন্দ্ৰধ্বজ প্ৰতিষ্ঠা কৰাৰ বিৱৰণ দাঙি ধৰিছে। উৎসৱত ইন্দ্ৰধ্বজ প্ৰতিষ্ঠা

কৰাৰ লগত ইউৰোপৰ মে ট্ৰি ( May tree ) ৰ বিৰ্জনি দিব পাৰি। ইৰ্বৰা আৰু প্ৰজনন শক্তিবৃদ্ধিৰ বাবেই এই অনুষ্ঠানবোৰৰ আয়োজন হৈছিল। ই পিছলৈ শষ্য বৃদ্ধিকাৰক, ডাৱৰ আৰু পানীৰ গৰাকী ইন্দ্ৰদেৱতাৰ উৎসৱলৈ ৰূপান্তৰিত হয়। শ্ৰীকৃষ্ণই 'ইন্দ্ৰোৎসৱৰ পৰিবৰ্তে গোৱৰ্দ্ধন পূজা গোপ-বালকসকলৰ মাজত প্ৰবৰ্তন কৰে। ( বা. ৰ. পৃঃ ৩৩৬ ) সেই সময়ত পৰ্বতক সম্মান কৰাৰ অৰ্থে ৰৈৱতক পূজাও প্ৰচলিত আছিল। শ্ৰীকৃষ্ণ পৰ্বতৰ অধিষ্ঠাতা। গোৱালসকলে পৰ্বতলৈ আগবঢ়োৱা ভোগ শ্ৰীকৃষ্ণই খাইছিল। এইদৰে শ্ৰীকৃষ্ণ উছৱৰ অধিষ্ঠাতা দেৱতা হিছাপে প্ৰতিষ্ঠা লাভ কৰিছিল। মণ্ডলাকাৰে নচা ৰাস নৃত্যত যি গোটা শাল ব্যৱহাৰ কৰিছিল, ই লিঙ্গৰ প্ৰতীক। ৰাসক্ৰীড়াত শ্ৰীকৃষ্ণই এই শাল ডাল আৰু পূৰ্বতে মণ্ডলাকাৰ নৃত্যত ভাগ লোৱা পুৰুষ সকলক আঁতৰ কৰি নিজেই তাৰ কেন্দ্ৰ স্থানত স্থাপন কৰি ৰাস নৃত্যৰ পৰিবৰ্তন সাধিলে।

বৃন্দাবনত হোৱা ৰাসক্ৰীড়াৰ যৌন বৰ্ণনাৰ বিষয়ে নানা শাস্ত্ৰ অধ্যয়ন কৰি ড° কাকতিয়ে আলোচনা কৰা বিষয়ৰ চমু কথা খিনি হ'ল—

শ্ৰীকৃষ্ণই ৰাসক্ৰীড়া কৰাৰ সময়ত তেওঁৰ বয়স কুৰিবছৰৰ তলত আছিল। তেতিয়া তেওঁৰ উপনয়ন হোৱা নাছিল। উপনয়ন নোহোৱা অৱস্থাত কৰা ব্যভিচাৰ দোষণীয় নহয়। ভাগৱতৰ মতে ঈশ্বৰৰ কোনো কামেই দোষণীয় নহয়। শ্ৰীকৃষ্ণই কাম প্ৰধান নৃত্যত 'সোম দেৱতা'ৰ ভাও লৈছিল। সোম দেৱতা বা 'চন্দ্ৰ দেৱতাৰ আলিঙ্গন নাৰীৰ যৌন-লিপ্সা আৰু আসঙ্গৰ শ্ৰেষ্ঠ পৰিণতি স্বৰূপে গণ্য কৰা হয়' ( বা. ৰ. পৃঃ ৩৩৮ )। ভাগৱত পুৰাণ মতে গোপীসকলে শ্ৰীকৃষ্ণক স্বামীৰূপে পাবৰ কাৰণে কাত্যায়নী ব্ৰত কৰিছিল।

**চন্দ্ৰ দেৱতাঃ**

বৈদিক দেৱতাসকলৰ মাজত সোম বা চন্দ্ৰদেৱতাৰ স্থান তৃতীয়। এসময়ত সোম বা চন্দ্ৰদেৱতাক বহল ভাবে পূজা কৰা হৈছিল। ঋগ্বেদত ১১৪টা মন্ত্ৰ সোমদেৱতাৰ উদ্দেশ্যে ৰচিত।

মুঞ্জৱৎ পৰ্বতত সোমলতা উৎপন্ন হয়। সোমলতা চেপি ৰস উলিওৱাৰ আৰু সোধন কৰাৰ সময়ত সোম দেৱতাৰ উদ্দেশ্যে স্তুতিসূচক গীত গোৱা হৈছিল। পিছৰ কালত ঋগ্বেদতেই সোমদেৱতাক চন্দ্ৰ দেৱতাৰ লগত চামিল

-কৰি দিয়া হয়। শতপথ ব্ৰাহ্মণতো সোমেই চন্দ্ৰ দেৱতা। এওঁ ব্ৰাহ্মণৰ অধিপতি।

সোম বনজাত উদ্ভিদৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ কাৰণে ইয়াক বনস্পতি বোলে। পুৰাণ আখ্যান সমূহত বাকদেৱতাৰ স্তুতিৰ যোগেদি সোম দেৱতাক লাভ কৰিব পাৰি বুলি উল্লেখ আছে। সোমদেৱতাই দক্ষৰ সাতাইশ গৰাকী কন্যাক বিয়া কৰাইছিল। তৈত্তিৰীয় সংহিতা মতে তেত্ৰিশ গৰাকী। আকাশৰ সাতাইশটা নক্ষত্ৰক চন্দ্ৰৰ পত্নীৰূপে কল্পনা কৰা হয়। ড° কাকতিয়ে ভাবে "ব্ৰহ্মবৈবৰ্ত পুৰাণত থকা ৰাধিকাৰ তেত্ৰিশজনী পৰিচাৰিকাই তৈত্তিৰীয় সংহিতাৰ তেত্ৰিশজনী সোমপত্নী" ( বা. ৰ. পৃঃ ৩৪০ )।

যাদৱসকল সোমৰস ভক্ত আছিল। গুজৰাটৰ সাগৰৰ পাৰত সোমনাথ মন্দিৰৰ কাষত সোমতীৰ্থ আছে। পাৰস্য, মিছৰ, ইৰান আদি দেশতো পূৰ্বণি কালত চন্দ্ৰ-সূৰ্যক পূজা কৰিছিল। চন্দ্ৰক "শ্ৰেষ্ঠ দেৱতাসকল পিতৃ", "সৰ্বদেৱতাৰ পিতা", ব্ৰহ্মাণ্ডৰ ঈশ্বৰ, প্ৰাণদাতা, প্ৰাণাধিকাৰী, আদি আখ্যা দিয়া হৈছিল।

সূৰ্যদেৱতাক কেন্দ্ৰ কৰি বহুতো মন্দিৰ আৰু সৌৰসম্প্ৰদায়ৰ সৃষ্টি হ'ল। কিন্তু চন্দ্ৰক কেন্দ্ৰ কৰি কোনো সম্প্ৰদায় গঢ়ি নুঠিল। "সকলোৰে সৃষ্টিকৰ্তা চন্দ্ৰ বা সোমদেৱতাই পৌৰাণিক যুগত শিৱৰ লগত একীভূত হৈ গ'ল আৰু শিৱই সোমনাথ আখ্যা পালে।" ( বা. ৰ. পৃঃ ৩৪৪ )।

ড° কাকতিয়ে 'হল্লীস' শব্দই ভেটফুলৰ পতি অৰ্থাৎ চন্দ্ৰদেৱতাক বুজায় বুলি কৈছে। তেওঁ শব্দ ব্যুৎপত্তি দেখুৱাই 'হল্লীস' নৃত্যক চন্দ্ৰ দেৱতাৰ উৎসৱ বুলি কৈছে।

### (গ) ৰাধা-চৰিত্ৰৰ অভ্যুদয়ঃ

এই প্ৰবন্ধটিও ড° কাকতিৰ ইংৰাজী প্ৰবন্ধৰ ড° মহেশ্বৰ নেওগ দেৱে কৰা অসমীয়া অনুবাদ। এই প্ৰবন্ধত ৰাধাৰ উৎপত্তিৰ উৎসৰ বিচাৰ কৰা হৈছে। অৱশ্যে কাকতিদেৱে চেতনাত প্ৰবন্ধ লিখিবলৈ লোৱাৰ পৰাই ৰাধা বিষয়ক আলোচনা কৰে। বিজুলী প্ৰবন্ধবোৰতো ৰাধাৰ আলোচনা আছে।

ড° কাকতিয়ে আলোচনা কৰা মতে বৈদিক সাহিত্যত স্ত্ৰী চৰিত্ৰ সমূহক সৌভাগ্য আৰু পবিত্ৰতাৰ লগত জড়িত কৰিছিল। কিন্তু পুৰাণৰ যুগত

নাৰীৰ বিভিন্ন ৰূপ চিত্ৰিত হৈছে। পুৰাণত লক্ষ্মী ঐশ্বৰ্যৰ প্ৰতীক। সেইদৰে ঋগ্বেদত সীতা (নাঙলৰ সিৰলু) শস্যৰ গৰাকীণী। 'পাৰস্কৰ গৃহসূত্ৰত' সীতা ইন্দ্ৰৰ পত্নী, ইন্দ্ৰ উৰ্বৰাপতি, শস্যৰ গৰাকী। ঋগ্বেদত অন্ন, ঐশ্বৰ্য আৰু সম্পদৰ সমাৰ্থক 'ৰাধস্' শব্দৰ ব্যৱহাৰ আছে। 'ৰাধস্পতি' মানে ঐশ্বৰ্যৰ গৰাকী। অথৰ্ববেদত 'ৰাধো বিশাখে'ৰ উল্লেখ আছে। বিশাখাদ্বয় মানে দুটা নক্ষত্ৰৰ থুপ। ইয়াৰ নাম 'ৰাধা'। ৰাধা নক্ষত্ৰটোৰ পিছৰ নক্ষত্ৰটোৰ নাম অনুৰাধা। ইয়াৰোপৰি ৰাধাগোতম, ৰাধেয় আদি পুৰুষৰ নাম বুজোৱা শব্দও আছে। কৰ্ণৰ পালনীয়া মাকৰ নামো ৰাধা। সোমদেৱৰ 'যশস্তিলক'তো ৰাধা নামৰ এগৰাকী নাৰীৰ উল্লেখ আছে। বৌদ্ধসকলৰ গ্ৰন্থতো ৰাধা নামৰ নাৰীৰ উল্লেখ আছে।

ড° কাকতিয়ে লক্ষ্য কৰিছে যে লক্ষ্মী, সীতা, শ্ৰী আদিৰ ধৰ্মীয় শাস্ত্ৰীয় পৱিত্ৰতা আছে—ইয়াৰ মাতৃৰূপো আছে। কিন্তু ৰাধা নামৰ লগত কোনো শাস্ত্ৰৰ সম্পৰ্ক নাই।

হালৰ 'গাথাসপ্ত শতী' আৰু 'প্ৰাকৃত-পিঙ্গল' গ্ৰন্থত হে পোনপ্ৰথমে ৰাধা কৃষ্ণৰ প্ৰেমৰ কাহিনীৰ উল্লেখ পোৱা যায়। এই দুখন ধৰ্মগ্ৰন্থ নহয়। সাহিত্যৰ গ্ৰন্থহে। ই লোক সাহিত্যৰ ওপৰত ভিত্তি কৰি ৰচিত প্ৰেমৰ কাহিনী। ইয়াৰ পিছত জয়দেৱৰ সংস্কৃতত লেখা 'গীত গোবিন্দ'ত ৰাধাকৃষ্ণৰ কথা পোৱা যায়। ইয়ো গীতহে। ৰাধা বিষয়ক কাহিনীটো লোক সাহিত্যৰপৰা অনা বুলি ড° কাকতিয়ে সন্দেহ কৰিছে। ৰাধা শব্দৰ লগত কোনো কৃষি উৎসৱ জড়িত হৈ থাকিব পাৰে।

ব্ৰহ্মবৈৱৰ্ত পুৰাণত পোন প্ৰথমে ৰাধাৰ বিস্তাৰিত বৰ্ণনা প্ৰকাশ পায়। কিন্তু এই পুৰাণখন অৰ্বাচীন গ্ৰন্থ। ড° কাকতিয়ে সন্দেহ কৰিছে যে এই পুৰাণকাৰে লোকসমাজত বিকাশ লাভ কৰা ৰাধাৰ কাহিনীক বিস্তাৰিত ৰূপ দি ৰাধাক ধৰ্মত স্বীকৃতি দিছে। আগৰপৰা প্ৰচলিত বহুতো আখ্যান আৰু উপাখ্যান লগ লগাই ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ ৰাধাৰ পৃথিৱীত অৱতৰণ আৰু কাহিনী গঢ়ি তুলিছে। (বা. ৰ. পৃঃ ৩৫০)

'ব্ৰহ্মবৈৱৰ্ত' পুৰাণত ৰাসক্ৰীড়াৰ যি যৌন বিষয়ক বৰ্ণনা আছে, "ই আদিম মানৱৰ কৃষি উদ্ভৱৰ লগত জড়িত থকা এক যৌন-নীতিমূলক উৎসৱ" (বা ৰ-

পৃঃ ৩৫১ )। ড০ কাকতিয়ে কৃষি উদ্ভৱৰ সময়ত নাৰীয়ে লাভ কৰা যৌন স্বাধীনতাৰ বিষয়ে বিভিন্ন লোক সমাজত উদাহৰণ দাঙি ধৰিছে। ড০ কাকতিয়ে ব্ৰহ্মবৈবৰ্ত পুৰাণ খনক ধৰ্মশাস্ত্ৰতকৈ কাম শাস্ত্ৰ বুলিহে সন্দেহ কৰে। ইয়াত 'বেদতকৈ লৌকিক ক্ৰিয়া কাণ্ডহে অধিক কঠোৰ অনুশাসন নীতি' বুলি কৈছে।
(ৰা. ৰ. পৃঃ ৮৬)

ড০ কাকতিয়ে ৰচনা কৰা ওপৰোক্ত তিনিওটা প্ৰবন্ধৰ মূল কথা হ'ল—

হল্লীস, ছালিক্য, ৰাস নৃত্যত সকলো বয়সৰ স্ত্ৰী পুৰুষে মিলি পাঁচ ভাৱে গীত-নৃত্য-বাদ্য-অভিনয় পৰিবেশন কৰি আনন্দ উৎসৱ কৰিছিল। ৰাসক্ৰীড়াত কেৱল কৃষ্ণ আৰু গোপীনীক কেন্দ্ৰ কৰি ৰাতি এক বিশেষ ঠাইতহে এই নৃত্য চলিছিল আৰু গোপীনীসকলে মনৰ কামনা পুৰাবলৈ কৃষ্ণৰ লগত বিহাৰ কৰিছিল। কিন্তু তেতিয়াও ৰাধা নামৰ কোনো গোপীনী নাছিল।

পুৰাণ ধৰ্ম শাস্ত্ৰত ৰাধা চৰিত্ৰ নাছিল। হালৰ 'গাথা-সপ্তশতী' আৰু প্ৰাকৃত পৈঙ্গলতহে পোন প্ৰথমে ৰাধাকৃষ্ণৰ প্ৰেম কাহিনীৰ গীত ৰচিত হয়। ইয়াৰ পাছত জয়দেৱে সংস্কৃতত গীত গোবিন্দ ৰচনা কৰি ৰাধাকৃষ্ণৰ প্ৰেমৰ কাহিনী বৰ্ণনা কৰে। এই বোৰ লোক-সাহিত্যৰ আলমত ৰচিত হৈছিল। ষোড়শ শতিকাত হে ব্ৰহ্মবৈবৰ্ত পুৰাণত স্থান লাভ কৰি ধৰ্ম শাস্ত্ৰৰ ভিতৰুৱা চৰিত্ৰ হৈ পৰে।

বাণীকান্ত কাকতিয়ে এই আলোচনাটো 'বাঁহী'ত ১০ বছৰ ৬ষ্ঠ সংখ্যাত লেখিছিল। কাকতিদেৱে এই আলোচনাটো লেখিছে 'প্ৰদীপিকা'ক উদ্দেশ্য কৰিয়েই।

কাকতিয়ে আক্ষেপ কৰি কৈছে—"কি ভাষা কি ধৰ্ম কোনো বিষয়ত মত-দ্বৈধ হ'লেই অসমীয়া সমালোচকসকলে গলিয়া গলিত বাজে আন কোনো যুক্তিকেই বিচাৰি নোপোৱা যেন লাগে।"

কাকতিদেৱে বিনয়ী হৈ কৈছে—বৰদলৈদেৱক তেওঁ শ্ৰদ্ধা কৰে—"শাস্ত্ৰজ্ঞানত সম্পাদক ডাঙৰীয়াৰ ওচৰত এই ক্ষুদ্ৰ লেখক হাতীৰ আগত মাখিৰ নিচিনা।" কিন্তু কাকতিৰ মতে 'প্ৰদীপিকা'ত প্ৰকাশ পোৱা প্ৰবন্ধসমূহ বৰ সংকীৰ্ণ ভাবে লেখা আৰু ইয়াত বুৰঞ্জীৰ সত্য ৰক্ষা পৰা নাই। বৰদলৈদেৱে বৈষ্ণৱ আন্দোলনৰ যি বুৰঞ্জী উলিয়াইছে, সি কাকতিৰ মনঃপূত হোৱা নাই। বৰদলৈদেৱে ভট্টদেৱৰ নামত প্ৰচলিত এখন 'সৎ সম্প্ৰদায় কথা' নামৰ গ্ৰন্থৰপৰা কথাবোৰ আনি বৈষ্ণৱ ধৰ্মৰ ইতিহাস ৰচিবলৈ লৈছে; অথচ এই গ্ৰন্থৰ কথা বৰদলৈদেৱে উল্লেখ কৰা নাই। গতিকে বৰদলৈদেৱে আগবঢ়োৱা কথাৰ লগত বুৰঞ্জীৰ মিল নাই। কাকতিয়ে নানা যুক্তি দি কৈছে যে 'সৎ সম্প্ৰদায় কথা'খন ভট্টদেৱৰ ৰচনা নহয়। বৰদলৈদেৱে দামোদৰদেৱৰ বিষয়ে কওঁতে চৰিত পুথিৰ সকলো কথা চালি-জাৰি নোচোৱাকৈ কেৱল বৰদলৈদেৱৰ কামত অহা কথাখিনিৰ ওপৰত ভিত্তি কৰি লিখা বুলি কাকতিয়ে অভিযোগ কৰিছে। কাকতিয়ে কৈছে—"কোনো বিষয় আলোচনা কৰিব লাগিলে তাৰ ভিতৰত সোমাই অনুপ্ৰাণিত হৈ হে আলোচনা কৰিব লাগে।"

কাকতিদেৱৰ এই প্ৰবন্ধৰপৰা ইয়াকে বুজিব পাৰি যে তেওঁ আবেগতকৈ যুক্তি আৰু সত্যকহে আগস্থান দিছিল। বুৰঞ্জীৰ সত্য যাতে বিকৃত নহয়, সেই কথাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। পূৰ্বনিৰ্ধাৰিত ধাৰণাৰ বশৱৰ্তী হৈ আলোচনাত নামিলে যুক্তিতকৈ আবেগেহে মুখ্যস্থান পায়, ফলত বুৰঞ্জী বিকৃত হয়। কাকতিদেৱে তেওঁতকৈ প্ৰায় চাৰিবশ বছৰ বয়সত ডাঙৰ ৰজনীকান্ত বৰদলৈদেৱৰ প্ৰতি গভীৰ শ্ৰদ্ধা ৰাখিও, বৰদলৈৰ দৃষ্টিভংগীৰ কঠোৰ সমালোচনা কৰিছিল। কাকতি যে এগৰাকী নিৰ্ভীক সমালোচক এই কথা ইয়াৰপৰাই জানিব পাৰি।

ড° কাকতিৰ বিষয়ে আলোচনা কৰা প্ৰবন্ধ সমূহত এই কথা প্ৰতিপন্ন হৈছে যে তেওঁ সংস্কৃত ভাষাত যিদৰে পণ্ডিত, সেইদৰে ইংৰাজী ভাষা-সাহিত্যতো লেখত লবলগীয়া পণ্ডিত। তেওঁ ইংৰাজী ভাষাৰ জঁতুৱা ঠাচ আয়ত্ব কৰি ইংৰাজী ভাষাৰ প্ৰকাশিকা শক্তিৰ লগত চিনাকি হৈ পাৰিছিল। অসমীয়া ভাষাৰ আধুনিক লেখনৰীতিত ইংৰাজী ভাষাৰ প্ৰভাৱ আছে।

নব্য ভাৰতীয় আৰ্য ভাষাসমূহৰ মূল সংস্কৃত। ড° কাকতি সংস্কৃত ভাষা আৰু সাহিত্যৰ লগত গভীৰ ভাবে পৰিচিত হোৱা কাৰণে, ইয়াৰ পৰা উদ্ভূত অসমীয়া ভাষাৰ গঠন ৰীতিৰ বিষয়েও সম্যক জ্ঞান আহৰণ কৰিছিল। ইয়াৰো-পৰি অসমীয়া ভাষাৰ ওপৰত আৰ্যেতৰ ভাষাৰ প্ৰভাৱৰ বিষয়েও ড° কাকতি সজাগ আছিল। অসমীয়া ভাষাৰ প্ৰকাশভঙ্গীৰ এক নিজস্ব বৈশিষ্ট্য আছে। অসমীয়া ভাষাত জঁতুৱা ঠাচ বিচিত্ৰ। ড° কাকতিয়ে পূৰ্ণ অসমীয়া ভাষা আৰু সাহিত্যও গভীৰ ভাবে অধ্যয়ন কৰিছে। ড° কাকতিৰ জন্ম নামনি অসমত। উজনি-নামনি দুয়ো ঠাইৰে ভাষাৰ লগত তেওঁ সুপৰিচিত। এই সকলো বিলাকৰ পৰিপ্ৰেক্ষিতত ড° কাকতি অসমীয়া ভাষাৰ সুপণ্ডিত।

ড° কাকতিৰ অসমীয়া ভাষাৰ গভীৰ জ্ঞানৰ মূলতে আছিল জাতীয় চেতনা আৰু জাতীয় প্ৰেম। তেওঁ অসমীয়া ভাষাক ভাল পাইছিল; কিন্তু ভালপোৱাতেই শেষ নহয়, তেওঁ অসমীয়া ভাষাৰ শুদ্ধৰূপ শুদ্ধভাৱে প্ৰচাৰ হোৱাটো বিচাৰিছিল।

ড° কাকতি মূলতঃ এগৰাকী শিক্ষক। ছাত্ৰ-ছাত্ৰীৰ ভাষা সাহিত্যৰ শিক্ষা-দানত তেওঁ ব্ৰতী। তেওঁ স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ বাবে ইংৰাজী ভাষাৰ জ্ঞান লাভৰ বাবে প্ৰখ্যাত শিক্ষাবিদ হৰেন্দ্ৰনাথ শৰ্মাৰ লগত যুটীয়া ভাবে এখন Translation and Composition ( Anglo-Assamese ) লেখিছে। ই প্ৰথম প্ৰকাশ পায় ১৯৫১ চনত। কৃতী শিক্ষক হৰেন্দ্ৰনাথ শৰ্মাদেৱে এই গ্ৰন্থখন লেখিবলৈ আৰম্ভ কৰিছিল, কিন্তু ড° কাকতিৰ সহায়ৰ বাবেহে গ্ৰন্থখন সম্পূৰ্ণ কৰাত সম্ভৱ হ'ল। শৰ্মাদেৱে কিতাপ খনৰ আগকথাত লেখিছে—"But his ( শৰ্মাৰ ) own limitations held him back, until the inspiration

came from the Late Dr. B. Kakati, Dean of the Faculty of Arts of the Gauhati University. The task was undertaken at his suggestion and it was only as a result of his valuable collaboration, that the idea could be given shape in the form of the present book."

এই গ্ৰন্থখন বিশটা অধ্যায়ত সমাপ্ত কৰিছে। ড° কাকতি আৰু শৰ্মাদেৱ— দুয়ো ইংৰাজী আৰু অসমীয়া ভাষাৰ বিশিষ্ট পণ্ডিত। এই গ্ৰন্থৰ translation অৰ আৰ্হি—অসমীয়া বাক্যৰ ইংৰাজীলৈ কৰা আক্ষৰিক অনুবাদ নহয়। আগতেই উল্লেখ কৰা হৈছে যে ভাষাৰ একো-একোটা নিজস্ব ঠাঁচ থাকে। একে কথাই অসমীয়াত যিদৰে প্ৰকাশ কৰা হয়, হয়তো ইংৰাজীত তেনেদৰে প্ৰকাশ কৰা নহয়। গতিকে ভাষাৰ মূল সুৰ নুবুজাকৈ অনুবাদ সম্ভৱপৰ নহয়। ইয়াৰোপৰি ব্যাকৰণৰ জ্ঞানো অপৰিহাৰ্য। শৰ্মাদেৱে কৈছে—'At the same time, correlation between English Grammar and Assamese Grammar has been maintained so far as possible."

অসমীয়া আৰু ইংৰাজী ভাষাৰ প্ৰকাশভঙ্গী অক্ষুণ্ণ ৰাখি কিদৰে translation কৰিব লাগে তাৰ আৰ্হি কিতাপখনত দাঙি ধৰিছে। তেওঁলোকে দাঙি ধৰা কেইটামান translationৰ নমুনা উল্লেখ কৰা হ'ল।

তেওঁলোক ভায়েক ককায়েক—They are brothers.

৫০ পৃষ্ঠাত উলিওৱা—Open at page 50.

সি নিতান্ত অকামিলা মানুহ—He is a good for nothing fellow.

তুমি তেওঁক হাত কৰা—With him over.

সি প্ৰায়েই নপঢ়ে—He hardly reads.

স্কুলীয়া ল'ৰা-ছোৱালীয়ে এই গ্ৰন্থখন ভাল দৰে পঢ়ি অনুশীলন কৰিলে ইংৰাজী ভাষাৰ লগতে অসমীয়া ভাষাৰো জ্ঞান লাভ কৰিব। কিন্তু বৰ্তমান এই গ্ৰন্থখন বজাৰত পাবলৈ নাই, ইয়াৰোপৰি ই বৰ্তমান পাঠ্যক্ৰমতো অন্তৰ্ভুক্ত নহয়। আচলতে ছাত্ৰ-ছাত্ৰী কিয়, ইংৰাজী শিকিব খোজা সকলো বয়সৰ লোকৰ বাবে এই গ্ৰন্থখন অতি প্ৰয়োজনীয়।